

# সতী ৰাধিকা



শ্ৰীপূৰ্ণলাল দাস



# সতী ৰাধিকা

-লিখক--

শ্ৰীপূৰ্ণলাল দাস

গোৰহ্যান



প্ৰথম তাঙৰণ



ইং ১৯৩৩ চন






—প্ৰকাশক—

শ্ৰীচিন্তামণি মেধি

বেচ—এসিকি

# নিবেদন।

পাঠক পাঠিকাসকলে ৰাধিকা সতাৰ জীৱনী পাঠ কৰিবলৈ গৈ যিমান সোৱাদ বা শিক্ষা পাম বুলি ভাবিছে প্ৰকৃততে তাৰপৰা বঞ্চিৎ হব লাগিব, যি হেতুকে লিখক ন' আৰু শিক্ষাত আধা-কেঁচেলুৱা। মুঠতে কবলৈ গলে যেনেকৈ কেচুৱা লৰা-ছোৱালীয়ে সুনিপুন চিত্ৰকৰৰ বিচিত্ৰ চিত্ৰত মোহ গৈ তাৰে দুই চাৰিখনি কোনেও নজনাকৈ আনি আৰু ৰং চৰাব পাৰোঁ বুলি পেঞ্চিল বা কাপেৰে তাৰ ওপৰত আঁকি বিকৃতাকাৰ কৰে; ঠিক তেনেকৈয়ে লিখকে সতা ৰাধিকাৰ জীৱনী কদাকাৰত পৰিণত কৰিছে মাথোন। অনুগ্ৰহকৰি পূজনীয় শ্ৰীযুত মিত্ৰদেব মহন্ত (শিক্ষক যোৰহাট গবৰ্ণমেণ্ট হাইস্কুল) আৰু প্ৰিয়বৰ শ্ৰীযুত যামিনীকান্ত দাস (শিক্ষক নগাওঁ গবৰ্ণমেণ্ট এম্, ভি, স্কুল) শিক্ষকদ্বয়ে হাত বুলোৱাঁত সহায় নকৰা হলে সতাৰ জীৱনী আৰু কি যে কিম্ভূত কিমাকাৰত পৰিণত হ'ল হয়. তাক কোৱা বাহুল্য। গতিকে, লিখক তেখেতসকলৰ ওচৰত চিৰ কৃতজ্ঞ।

গোৱালপাৰাৰ মাননীয় শ্ৰীযুত ধ্বজেন্দ্ৰ নাৰায়ণ মেধিৰ (উজনি আসামৰ 'উইভিং ইন্সপেক্টৰ') সহধৰ্ম্মিণী শ্ৰীযুতা চিন্তামযা মেধিয়ে কিতাপখনি প্ৰকাশ কৰাত লিখকে তেখেতৰ প্ৰতি শলাগৰ শৰাই আগ বঢ়াইছে।

শ্ৰদ্ধেয় শ্ৰীযুত, 'বাঁহীৰ' সম্পাদক মহোদয়ে তেখেতৰ বহুমূলীয়া আলোচনী কাকতত সতীৰ জীৱনীৰ সাৰভাগ প্ৰকাশ কৰি লিখকক উৎসাহিত কৰাত লিখকে তেখেতৰ প্ৰতি আন্তৰিক ধন্যবাদৰ সৈতে শ্ৰদ্ধাঞ্জলি আগ বঢ়াইছে।

সৰ্বশেষত, আঁতৰত থাকি কিতাপখনি ছাপা কৰিব লগা হোৱাত মাজে মাজে যি দুই এটা বৰ্ণাশুদ্ধি আৰু আসোঁৱাহ ৰৈ গৈছে তাৰ বাবে সহৃদয় পাঠক-পাঠিকাসকলৰ ওচৰত লিখক ক্ষমাৰ ভিক্ষাৰী। ইতি—

বিনীত—

'লিখক'

## লিখকৰ বক্তব্য।

যিসকল পুৰুষে সংসাৰ-ক্ষেত্ৰৰ দুখ-কষ্ট, বিপদ-আপদ, জ্বালা-যন্ত্ৰণা অতিক্ৰম কৰি অক্ষয় কীৰ্ত্তি লভিছে, সেইসকল মহাপুৰুষেই আমাৰ চিৰ-নমস্য আৰু আদৰ্শ। নিজ অৱস্থাৰ লগত সামঞ্জস্য ৰাখি এনে কোনো এজনক আদৰ্শ কৰি ল'লে কৰ্ত্তব্য পথত আগুৱান হৈ উন্নতি লাভ কৰাত সহজ হয়। গতিকেই, মহত লোকসকলৰ জীৱনী আমাৰ আদৰণীয়।

সচৰাচৰতে জীৱনী সকু সৰু লৰা-ছোৱালীৰ উপযোগী হোৱাই শ্ৰেয়ঃ। যাতে সকলোৱে পঢ়াই কোমলমতি লৰা-ছোৱালীবিলাকৰ মনত সদ্ভাৱ ৰোপন কৰিব পাৰি। এনে ভাব মনত লৈয়েই 'সতী-ৰাধিকা'ৰ জীৱনী বিশেষকৈ ভাই-ভনীটিহঁতৰ উপযোগী কৰি লিখা হৈছে। যদি এই জীৱনীৰ পৰা তেওঁলোকৰ অকণমানো উপকাৰ হয়, তেন্তে লিখকে তেওঁৰ চেষ্টা সফল হৈছে বুলি ভাবিব।

বেউলা, সীতা, সাবিত্ৰী, জয়মতী, দময়ন্তী আদিৰ দৰে ৰাধিকাও আসামৰ এগৰাকী সতী আৰু আদৰ্শ কৰি ল'ব পৰা তিৰোতা। দুখৰ বিষয় যে আমি বহুতে এই সতীৰ বিষয়ে নেজানো। আনকি অনেকলোকে তেওঁৰ নামটোও শুনি পোৱা নাই বুলি ক'লে বঢ়াই কোৱা নহ'ব। শ্ৰীশঙ্কৰদেৱৰ জীৱনী ছাপা হৈ নোলোৱাই বোধকৰো ইয়াৰ প্ৰধান কাৰণ। বৰ্ত্তমানে দুই চাৰিখন শঙ্কৰদেৱৰ চৰিত্ৰ-পুথি ছাপা হৈ ওলোৱাত আৰু আজি কিছুদিনৰ পৰা এই সতীৰ বাৰ্ষিক উৎসৱ অসমীয়া ৰাইজে পালন কৰাত, অৱশ্যে এই বিষয়ে বহুতৰ জ্ঞান হৈছে। যি কি নহওক অন্যান্য সতী-তিৰোতাসকলৰ দৰে এই সতীয়েও বিশেষকৈ অসমীয়া তিৰোতা-সমাজক গঢ়ি তোলাত সহায় কৰিব বুলি আমাৰ বিশ্বাস।

সতী ৰাধিকাৰ বিশেষকৈ লক্ষ্য কৰিবলগীয়া গুণ হৈছে, তেওঁ কেনেকৈ তলখাপত জন্ম ধৰি, ৰীতি-নীতি পালন কৰি, সদাচাৰী সংযমী আৰু পতি-পৰায়ণা হৈ গৃহস্থী ধৰ্ম্মৰ জৰিয়তে আধ্যাত্মিক উন্নতি লাভ কৰিছিল।

ৰাধিকাৰ বাহুল্য জীৱনী: বিশেষকৈ ঘটনাৰ আগছোৱা আৰু পাচছোৱাৰ বিশেষ বিৱৰণ কেইবাজন লিখকৰ 'শঙ্কৰদেৱৰ চৰিত্ৰ' পুথি আলোচনা কৰিও পোৱা নগ'ল। শুনা যায় শঙ্কৰদেৱৰ আদি চৰিত্ৰ

পুথিত এই বিষয়ে বাহুল্যকৈ বৰ্ণোৱা আছে ; কিন্তু অনেক অনুসন্ধান কৰিও আদি চৰিত্ৰ পুথি পোৱা নগ'ল। দ্বিতীয় সংস্কৰণত জীৱনীৰ আকাৰ বৃদ্ধি কৰিবলৈ লিখক চেষ্টাত থাকিল। ইতি—

বিনীত—

শ্ৰীপূৰ্ণলাল দাস।

# পাতনি

সজ অৰ্হি শিলৰ প্ৰতিমা তাক চাকিবলৈ সহজ কিন্তু মোহাৰিবলৈ একেবাৰেই অসম্ভৱ। মঙ্গলময় পৰমেশ্বৰে একো একো সময়ত একো একো জন আৰ্হি লোকৰ হতুৱাই জগতৰ দৃষ্টিৰ সম্মুখত একো একোটি আৰ্হি দাঙ্গি ধৰাই জগতবাসীক একো ধাৰা নতুন ভাবেৰে অনুপ্ৰাণিত কৰাই থৈ যায়। সেই আৰ্হি লোকসকল পৰিয়াল, বংশ নাইবা সমাজ বিশেষৰ সম্পত্তি নহয়; সিবিলাকক তেনেকৈ সীমাবদ্ধ কৰি থোৱাটো মঙ্গলময়ৰ ইচ্ছাও নহয়। মহত্ত্ব ঈশ্বৰৰ দান; বংশ পৰিয়াল, সমাজ আদিৰ চাৰি সীমাত ভিতৰত শাখা প্ৰশাখা বিস্তাৰ কৰি সেই মহত্ত্বাই পূৰ্ণ অবয়ব ধাৰণ কৰিব নোৱাৰে।

সতীত্বৰ এনে এটি সু আৰ্হিকে সমাজৰ আগত দাঙ্গি ধৰিবৰ ইচ্ছাৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰে আজি প্ৰায় ৪০০ বছৰৰ পূৰ্ব্বত ৰাধিকাৰ হাতৰ জলেৰে শাস্ত্ৰি জান বন্ধাইছিল। সেই আৰ্হি দেখুৱাই শ্ৰীমন্ত পুৰুষে এহাতে সতীত্বৰ গৌৰৱ বঢ়ালে আৰু আন হাতে তাৰ চলে'ৰে অসংখ্য নৰ-নাৰীৰ সমুখত বৈষ্ণৱ ধৰ্ম্মৰ উজ্জ্বল মহিমা প্ৰকাশ কৰিলে।

শ্ৰীমন্ত গুৰুৰ প্ৰয়াণৰ পাচত ৰাধিকাৰ নামত চৰিত্ৰ লিখাক সকলে দুই চাৰি উপকথাও সংযোগ নকৰা নহয়।

কিন্তু এনে বিধ উপকথাৰ ( myth ) পৰা ৰাধিকা কিয় ভাৰতৰ কোনো প্ৰাচীন আৰ্হি লোকেই মুক্ত নহয়। অৱশ্যে এই সামান্য উপকথাই ৰাধিকাৰ প্ৰকৃত চৰিত্ৰৰ ওপৰত একো সন্দেহৰ মৰিচা পেলাব পৰা নাই। উপকথাৰ মাজেদিও সত্যই সত্যৰ উজ্জ্বলতাকে প্ৰকাশ কৰি আছে।

দুখৰ বিষয় 'ৰাধিকাৰ' সম্পূৰ্ণ জীৱনী আজিও দুষ্প্ৰাপ্য। গুৰু চৰিত্ৰ বিষয়ক পুথি কেইখনিত যি আছে তাতকৈ অধিক জানিবলৈ উপায় এতিয়ালৈকে আমি পোৱা নাই। কেতিয়াবা যদি তেনে পুথি ওলায় আমাৰ অতি আনন্দ উল্লাসৰ বিষয় হ'ব। সিমানতো শ্ৰীমান পূৰ্ণলাল দাসে সেই সামান্য আভাসৰ ওপৰতে আওজি ৰাধিকাৰ এই সৰু জীৱনী-পুথিখনি ৰাইজৰ আগলৈ প্ৰকাশ কৰা বাবে অতি আনন্দিত হৈছো।

আশা কৰোঁ শ্ৰীমন্ত গুৰুৱে যি উদ্দেশ্য লৈ 'ৰাধিকা' সতীক শান্তিজান বন্ধনত অৱতৰণ কৰাইছিল সেই উদ্দেশ্য সুসিদ্ধ হওক আৰু ৰাধিকাৰ সতীত্বয়ো জগতবাসীৰ অন্তৰত আদৰৰ স্থান লাভ কৰক। ফুল খোপাত থাকে এজনৰ, কিন্তু সি সৌৰভ বিলায় সকলোকে।

শ্ৰীমিত্ৰদেৱ মহন্ত।




# সতী ৰাধিকা।

## বৰদোৱাৰ পুৰণি কথা।

সত্যযুগৰ বৰদোৱা।

সত্যযুগত চন্দ্ৰবংশত যযাতি নামে এজন বিখ্যাত ৰজা আছিল। সেই সময়ত নগাওঁ জিলাৰ বৰদোৱা অঞ্চলৰ এখন অটব্য হাবিত এজন ঋষিয়ে তপস্যা কৰি আছিল। তেওঁ তাত কিমান দিন তপস্যা কৰি আছিল তাক কোনেও ঠাৱৰকৈ কব নোৱাৰিছিল। কালক্ৰমে চকুতটিৰ বাহিৰে তেওঁৰ সৰ্ব্বশৰীৰ উঁইচিলাই আবৰি ধৰিছিল। তথাপি তেওঁ দুখকষ্ট, জ্বালা-যন্ত্ৰণা সকলোলৈকে আওকাণ কৰি পৰমপিতা পৰমেশ্বৰক একান্ত চিত্তে ধ্যান কৰি আছিল।

এদিন যযাতিয়ে সৈন্য সামন্তেৰে সৈতে তেওঁৰ নিজ কন্যাক লগতলৈ মৃগয়াৰ উদ্দেশ্যে বহুত দিনলৈ ৰাজপ্ৰাসাদৰ পৰা বাহিৰ ওলাল। পুৰমুৱা হৈ আঁহোঁতে আহোঁতে ভালেমান দিনৰ মূৰত তপস্যাত মগ্ন হৈ থকা ঋষিৰ আশ্ৰম পালেহি। কিছুমান ৰক্ষকৰে সৈতে ৰাজকুমাৰীক আশ্ৰমতে থৈ ৰজাই চিকাৰ অনুসন্ধানত অটবী অৰণ্যত প্ৰৱেশ কৰিলে।

ঋষিক আবৰি থকা উইচিলাটো ৰাজকুমাৰীৰ নিচেই কাষতে আছিল। এই উইচিলাৰ গাত দুটি উজ্বল বস্তু জ্বলি থকা দেখি অবলা কুমাৰীয়ে 'সেই দুটানো কি জ্বলে' বুলি মাৰি এডালেৰে খোচমাৰি দিলে। খোচত ঋষিৰ চকুদুটি ফুটি অন্ধ হৈ পৰিল; আৰু লাহে লাহে তাৰপৰা তেজ ববলৈ ধৰিলে। ধ্যান মগ্ন ঋষিৰ এই আঘাততো কষ্ট বোধ নহল আৰু ধ্যানো নেভাগিল। সেই খোচমৰাতে উইচিলাৰো কিছু অংশ খহি পৰাত ঋষিৰ শৰীৰৰ কিছু অঙ্গ ওলাই পৰিল। কুমাৰীয়ে আৰু তেওঁৰ লগত থকা পালি পহৰীয়া বিলাকে সেই দৃশ্য দেখি 'হৰি! হৰি!' কৰিবলৈ ধৰিলে। তেওঁলোক ভয় আৰু দুখ বেজাৰত অস্থিৰ হ'ল।

ইতিমধ্যে ৰজাই চিকাৰৰ পৰা ঘূৰি আহি আশ্ৰমৰ সেই ঘটনাস্থলিত উপস্থিত হলহি। তেওঁ নিমিষতে ঘটনাৰ সকলো কথা বুজিব পাৰিলে। ঋষিৰ শাপৰ ভয়ত ৰজাৰ বুকু কঁপি উঠিল; মুখমণ্ডল বিবৰ্ণ হৈ পৰিল। তেওঁ তাতে মূৰে কপালে হাত দি স্বৰগ পৰা মানুহৰ দৰে কিছুপৰ

অলৰ অচলহৈ থাকিল। তাৰ পাচত ঋষিৰ চৰণত দীঘল দি পৰি কাকুতি মিনতিৰে অবলা কুমাৰীয়ে কৰা দোষৰ বাবে ক্ষমা ভিক্ষা মাগিলে। ৰজাৰ স্তুতি মিনতিত ঋষিৰ তপস্যা ভাগিল। তেতিয়াহে তেওঁ চকুত কি আঘাত লাগিছে তাক অনুভব কৰিব পাৰিলে। ৰজাৰ মুখৰ পৰা সকলো ঘটনা শুনি তেওঁ কিছুপৰ নীৰবে ৰ'ল। পাচে আনন্দ প্ৰকাশ কৰি ৰজাক অভয় দান দি কলে, "ৰাজন! মই আপোনাৰ স্তুতি মিনতিত পৰম সন্তোষ পাইছোঁ। বালিকাই অজ্ঞতা আৰু অজ্ঞানতা-বশতঃ কৰা দোষৰ বাবে মই ক্ষমা কৰিছোঁ; সেইবাবে শাপ নিদিওঁ। কিন্তু, এটা কথা; এই কুমাৰীক আপুনি মোক সম্প্ৰদান কৰিব লাগিব।"

ঋষিৰ বচন শুনি ৰজা চিন্তাৰ আঠাই সাগৰত তল গল। তেওঁ মনে মনে ভাবিবলৈ ধৰিলে, "কি বিপদ! অস্থিমাত্ৰ সাৰ আছেগৈ, অথচ এনে অৱস্থাতো ঋষিৰ কন্যা লাভ অভিলাষ! নিজ কন্যাক এনে এজনলৈ সম্প্ৰদান! ইয়াতকৈ আৰু কি বেজাৰৰ কথা হব পাৰে!" কিছু সময় নিতালে থাকি তেওঁ পুনৰ ভাবিবলৈ ধৰিলে, "নহলেতো আৰু উপায় নাই; ঋষিৰ শাপ গ্ৰহণ নাইবা কন্যা দান। দুটাৰ এটাৰ পৰাও হাতসৰা টান।" এইদৰে বহুতখিনি গুণাগঁথা কৰি "জমক দিলেও দিয়া, জোঁৱাইক দিলেও দিয়া।" বুলি কুমাৰীক ঋষিৰ হাতত অৰ্পণ কৰিলে। তাৰ পাচত, ৰজাই বিষাদ মনেৰে সৈন্য সামন্তেৰে নিজ ৰাজ্যলৈ ঘূৰি গ'ল।

ঋষিয়ে ৰাজকুমাৰীক লাভ কৰি, সুখে সম্পদে থাকিবৰ অভিপ্ৰায়ে ধুনাযাকৈ এটি ঘৰ সজালে; আৰু ওচৰতে এটা আহল-বহল পুখুৰী খনালে। কিন্তু, জড়তাবশতঃ সুখভোগৰ পৰিবৰ্ত্তে দুখ-শোকতহে কাল নিয়াব লগাত পৰিল।

এইদৰে কিছুদিন যোৱাৰ পাচত এদিন দুজন দেববৈদ্য অশ্বিনীকুমাৰ আহি ঋষিৰ দুৱাৰত উপস্থিত হলহি। তেওঁলোকে দেৱতাৰ শাৰীত ঠাই নেপাই ঋষিৰ ওচৰলৈ আশ্ৰয় বিচাৰি আহিছিল। ঋষিৰ কাযত দণ্ডৱতে সকলোকথা জনোৱাত তেওঁ উত্তৰ দিলে, "তোমালোকৰ মনৰ বাঞ্ছা অচিৰে পূৰ্ণ হব। কিন্তু, তোমালোকে অলপ কষ্ট স্বীকাৰ কৰি মোৰো এটা অভীষ্ট পূৰণ কৰাত সহায় হব লাগিব। মই জানো যে সি তোমালোকৰ অসাধ্য নহব। বৃদ্ধকালত অলপ সুখে সন্তোষে কাল কটাম বুলি তৰুণী ৰাজকুমাৰীৰ পাণি গ্ৰহণ কৰিলো, ভালকৈ ঘৰ-দুৱাৰ সজালোঁ; কিন্তু, সকলো মিছা হৈছে। জড়তাপূৰ্ণ বৃদ্ধাৱস্থাৰ আগত সকলো আকাশকুসুমত পৰিণত হ'ল। এতেকে, এতিয়া মই তোমালোকক ইয়াকে খাটো যেন মোক এই জড়াৱস্থাৰ পৰিবৰ্ত্তে যৌৱনাৱস্থা আনি দিয়া।"

এই কথা শুনি অশ্বিনীকুমাৰ দুজনে বংমনেৰে ঋষিৰ উপকাৰ সাধিবলৈ সন্মত হ'ল। ঋষিৰ পৰামৰ্শ মতে তেওঁলোকে সাতখন সাগৰৰ পৰা জল আনিবলৈ আশ্ৰমৰ বাহিৰ হ'ল।

কিছুদিনৰ মূৰত সাতসাগৰৰ জল ভাৰ বান্ধিলৈ দুয়োজন পুনৰ ঋষিৰ দুৱাৰত উপস্থিত হলহি। ঋষিৰ উপদেশ মতে সেইজল পুখুৰীত ঢালি দিলে আৰু দুয়োজনে ঋষিক দুই বাহুত ধৰি তাতে জুবুৰিয়ালে। অলপ পাচতে যৌবন লাভ কৰি ঋষিজন এজন সুন্দৰ থুলন্ত পুৰুষ হৈ পৰিল। সেই দিন ধৰি ঋষিয়ে মনৰ আনন্দৰে সুখ সম্ভোগত কাল কটাবলৈ ধৰিলে। অশ্বিনীকুমাৰ দুজনক আশ্ৰমতে কিছুদিন খুৱাই-বুৱাই ৰাখিলে। তাৰ পাচত অনেক যত্নৰ দ্বাৰা তেওঁলোককো দেৱতাৰ শাৰীত ঠাই দিয়াই পৰম সন্তোষ লভিলে।

দ্বাপৰত যেতিয়া শ্ৰীকৃষ্ণই দ্বাৰকাৰ পৰা কুণ্ডিলৰাজ ভীষ্মকৰ কন্যা ৰুক্মিণীক হৰণ কৰিবলৈ আহিছিল, তেতিয়া লগত সাৰথি দাৰুক আৰু বেদনিধি পণ্ডিত আহিছিল। ৰথৰ প্ৰবল বেগত আদবাটতে বেদনিধি অচেতন হৈ পৰিল। নিমিষতে ৰথ তললৈ নমালে; আৰু সেই সত্যযুগত ঋষিয়ে খনোৱা পুখুৰীৰ পাৰত থকা এজোপা বটগছৰ ছাঁত আশ্ৰয় ললেহি। পুখুৰীৰ পৰা অলপ পানী তুলি আনি মূৰত দিয়া মাত্ৰে বেদনিধিৰ চেতনা আহিল আৰু অলপতে সুস্থ হ'ল।

দ্বাপৰত বৰ্ণনাৰ ।

ভগবান শ্ৰীকৃষ্ণই সেই ঠাইত জিৰণি লৈ পৰম সন্তোষ লভি কলে:—

"ছদ্ম ৰূপে আত হৈবো অৱতাৰ ॥
'ব' গ্ৰাম, 'ক' পিতৃ, 'স' মাতৃ নাম।

জীৱক তৰিবো ভক্তি ধৰাই অনুপাম॥
কলিযুগে 'শ' নাম ধৰিবোহো আমি।
তৰুণ কালতে মই হৈবো তীৰ্থ গামী॥"

(৺ভবদেউ বিপ্ৰ)

ৰুক্মিণীক হৰণ কৰি ঘূৰি আহোঁতেও পুনৰ এই ঠাইতে ৰথ ৰাখি জিৰণি লয়। সেই ঠাইত আগলৈ চিন ৰাখি থৈ যাবৰ উদ্দেশ্যে ভগবান শ্ৰীকৃষ্ণই ৰথৰ ওপৰত উঠি দোপ দিয়াত ৰথৰ তলত থকা আৰু তাৰ ওচৰৰ ভালেমান ঠাই দ হৈ বহি যায়। এইচিন ৰাখি তেওঁলোক দ্বাৰকালৈ যাত্ৰা কৰিলে। ঠাই ডোখৰ বৰ দ হৈ পৰাত কালক্ৰমত সি বৰদোৱা নামে জনাজাত হৈ পৰিল।

——.•:- –

# বৰদোৱাত শ্ৰীশঙ্কৰ।

চাওঁতে চাওঁতে দ্বাপৰ অতিবাহিত হ'ল আৰু কালৰ গতিত কলি আহি প্ৰৱেশ কৰিলে। মানুহ ধৰ্ম্মত নচলা হ'ল; অন্যায় অধৰ্ম্মত মজি প্ৰাণীবধ, জীৱ হিংসা কৰি কুপথত চলিবলৈ ধৰিলে। পৰমেশ্বৰ ভগবানে প্ৰাণী জগতৰ এনে কাৰ্য্যকলাপ দেখি স্থিৰেৰে থাকিব নোৱাৰা হ'ল। পৃথিৱীৰ ভিন্ ভিন্

কলিযুগ।

ঠাইত একোটি অৱতাৰ ধৰি মানুহসমাজক অসত্যপথৰ পৰা সত্যপথ দেখুৱাই দিবলৈ স্থিৰ কৰিলে।

"শ্ৰীচৈতন্য শ্ৰীশঙ্কৰ আৰু হৰিব্যাস।
ৰমানন্দ সমে চাৰি হৈবন্ত প্ৰকাশ॥
তাহাৰ কলিত হৈব ধৰ্ম্ম প্ৰৱৰ্ত্তক।
দক্ষিণ পশ্চিম পূৰ্ব্বে উত্তৰ দিশক॥
ইসবৰ উপদেশ কলিৰ লোকৰ।
তৰণ উপায় হৈব জানা দেবী সাৰ॥"
(হৰগৌৰী সংবাদ)

আৰু শ্ৰীকৃষ্ণই গীতাত নিজে কৈছে :—

"যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্॥
পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুস্কৃতাম্।
ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥"

অৰ্থাৎ :—

"নিজ অংশে হৰি যুগে যুগে অৱতৰি।
নিজ ভৃত্য বৰ্গৰ দুখক হৰাহৰি॥
পাষণ্ডি অধৰ্ম্মিগণ বিনাশি মৰ্দ্দন্ত।
নিজদাস সন্তভক্ত ৰাখন্ত পালন্ত॥

যদা যদা যুগে ধৰ্ম্ম লুপুত হোৱন্ত।
তদা এক ৰূপে হৰি ধৰ্ম্মক পালন্ত॥"

(বৈবস্ব পুৰাণ)

সেই সময়তে দ্বাপৰত ৰুক্মিণীক হৰণ কৰি উভতি আহোঁতে আদবাটত ঋষিয়ে খনোৱা পুখুৰীৰ পাৰৰ গছৰ তলত প্ৰতিজ্ঞা কৰাৰ কথা ভগবানৰ মনত

শ্ৰীশঙ্কৰ।

পৰিল। পূৰ্ব্বৰ কথা স্মৰণ কৰি ১৪৪৯ খৃঃ কাতিমাহ, অমাবস্যা তিথি বৃহস্পতি বাৰৰ মাজনিশা ভগবান শ্ৰীকৃষ্ণই কুসুম্বৰৰ ঘৰত সত্যসন্ধ্যাৰ গৰ্ভত শ্ৰীশঙ্কৰ নাম লৈ জন্ম গ্ৰহণ কৰে। শঙ্কৰদেৱৰ জন্মৰ তিনদিনৰ পাচতেই সত্যসন্ধ্যা আই স্বৰ্গী হয়; আৰু পাচ বছৰ হওঁ নহওঁতেই পিতৃদেব কুসুম্বৰেও পৰলোকলৈ গতি কৰে। বুঢ়ীমাক খেৰসুতী আৰু ধাই মাক চান্দৰীৰ লালন পালনত শঙ্কৰদেৱ ডাঙৰদীঘল হয়। ১২ বছৰ বয়সত লিখা পঢ়া আৰম্ভ কৰি ১৭ বছৰ বয়সত গুৰু গৃহত শিকিব লগা সকলো বিষয়ত পাৰ্গত হৈ উঠে। তাৰ পাচৰ বছৰতে প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যাত্ৰা কৰে। পশ্চিমৰ নানা তীৰ্থ পৰ্য্যটন কৰি আৰু নানা কথা শিক্ষা কৰি ভালেমান দিনৰ মৰত ঘৰলৈ ওভতে। ২০ বছৰ বয়সত তেৰাই শিৰোমণি ভূঞা পদ গ্ৰহণ কৰে; আৰু ২১ বছৰ বয়সত হৰিবৰ ভূঞাৰ কন্যা সূৰ্য্যাৱতী আইৰ লগত বিবাহ কাৰ্য্য সমাধা কৰে।

দেশ ভ্ৰমণ কৰি অহাৰ দিনদিয়েকৰ পাচতেই জ্ঞাতি মিত্ৰাদিয়ে শ্ৰীশঙ্কৰ গুৰুক দেশ বিদেশত দেখি অহা বিবৰণৰ দৃশ্য এটি দেখুৱাবলৈ অনুৰোধ কৰে।

ত্ৰিহুতৰ জগদীশ মিশ্ৰ। ইতিমধ্যে ভিৰত দেশৰ অন্তৰ্গত ত্ৰিহুতৰ জগদীশ মিশ্ৰই জড জগন্নাথৰ আজ্ঞামতে শ্ৰীশঙ্কৰ গুৰুৰ আগত ভাগৱত পাঠ কৰিবলৈ আহি তেওঁক জনালে।

"আমি তিৰোতীয়া ব্ৰাহ্মণ জানিবা
পঢ়িলোহো ভাগৱত।
জগদীশ মিশ্ৰ নাম দিলা গুৰু
আনন্দ কৰি মনত॥
জগন্নাথ আগে ইটো ভাগৱত
পঢ়িবাক ৰঙ্গে গৈলো।
স্বপ্নে জগন্নাথে দেখা দিলা মোক
নয়ন ভৰি দেখিলো॥
মোক আজ্ঞা কৰি লন্ত জগন্নাথে
শুনিয়োক দ্বিজবৰ।
বৰদোৱা গ্ৰামে আছন্ত শঙ্কৰ
যায়োক তৈকে সত্বৰ॥
শঙ্কৰৰ মোৰ নাহিকে অন্তৰ
তৈত পঢ়া ভাগৱত।

হেন শুনি মই আনন্দে লৰিলো
আজ্ঞা কৰি শিৰোগত ॥”
(গুৰু চৰিত্ৰ)

উত্তৰত শঙ্কৰদেৱে কলে :—
“* * শুনা বিপ্ৰ মহাশয়,
কৃপা কৰি তোমাক পঠাইলা মোৰ পাশে।
তুমি হেন বিপ্ৰক লভিলো ভাগ্যবশে ॥
কালি আৰম্ভিবা মহাগ্ৰন্থ ভাগৱত।

শুনিবাক মোৰ মহা আনন্দ আছয় ॥
(গুৰু চৰিত্ৰ)

জগন্নাথৰ আজ্ঞা শিৰোগত কৰি :—
“হৰিষে পঢ়িলা বিপ্ৰে বাৰস্কন্ধ ভাগৱত ॥”

জগদীশ মিশ্ৰৰ ভাগৱত পাঠে আৰু স্বপ্নৰ বৃত্তান্তই শঙ্কৰদেৱৰ মনৰ গতিক পৰিবৰ্ত্তন কৰি হিয়াত নতুন শক্তি সঞ্চাৰ কৰিলে। যিজন পুৰুষে শঙ্কৰৰ মনত এই শক্তি প্ৰেৰণ কৰিলে, সেই মহাপ্ৰভু জগন্নাথদেৱৰ গুণানু-কীৰ্ত্তনকে জয় জয়তে বৰ্ণনা কৰিবলৈ শঙ্কৰদেৱ প্ৰতিজ্ঞা-বদ্ধ হ'ল। এই উদ্দেশ্যে ব্ৰহ্ম-পুৰাণৰ পৰা উৰেষা বৰ্ণন পদ কৰিলে; আৰু জ্ঞাতি-মিত্ৰাদিৰ অনুৰোধ ৰক্ষাৰ্থে বৃন্দাবনী গোপালৰ ফলুৎসৱ পাতিবলৈ আয়োজন কৰিলে ফলুৎসৱৰ লগতে একেবাৰে নতুন আহিৰে এখনি চিহ্ন-যাত্ৰা ভাৱনা পাতিবলৈকো মন কৰিলে; ভাৱনাৰ উদ্দেশ্যে সাতখন বৈকুণ্ঠ-চিহ্ন (কাপোৰৰ ওপৰত

ফলুৎসৱ আৰু চিহ্ন যাত্ৰা ভাৱনা।

ৰঙেৰে অঁকা দৃশ্য ) অতি ধুনীয়াকৈ অঁাকিলে আৰু পশ্চিমত দেখি অহা দৰে খোল, তাল আদি বাদ্য-যন্ত্ৰ প্ৰস্তুত কৰাই ললে। ইতিপূৰ্ব্বে আসামত মৃদঙ্গৰহে প্ৰচলন আছিল। সেইদিন ধৰি আসামত নানা ৰকমৰ তাল আৰু খোলৰ প্ৰচলন হবলৈ ধৰিলে।

দিন, বাৰ, তিথি, নক্ষত্ৰ চাই ফাগুণ মাহৰ শেষত পৰা পূৰ্ণিমা তিথিতে ফল্গুৎসৱ পাতিবলৈ স্থিৰ কৰিলে। তেতিয়াৰ পৰা আসামৰ সকলো ঠাইতে এই উৎসৱ পালন কৰি আহিছে। বৰদোৱা, বৰপেটা আদি মহাপুৰুষীয়া থান-সত্ৰবিলাকত আজি কালিও ই এটা ডাঙ্গৰ পৰ্ব্ব। কোনো কোনো মহাপুৰুষীয়া সত্ৰত তিন দিনৰ পৰা সাত দিন পৰ্য্যন্ত এই উৎসৱ পালন কৰে।

নিৰ্দ্ধাৰিত দিনত বৃন্দাবনী গোপালৰ ফল্গুৎসৱ আৰম্ভ হ'ল। জাতিবৰ্ণ নিৰ্ব্বিশেষে নানা ঠাইৰ শিষ্য-প্ৰশিষ্য, ভকত মহন্তসকলে আহি উৎসৱত যোগদান দিলেহি। ভাৱনা চাবলৈ অহা শ শ লোকেৰে দিনতে ফল্গুৎসৱৰ ৰভাঘৰ ভৰি পৰিল। মানুহে বিৰ-দি বাট পাবলৈ নোহোৱা হ'ল। কোন ক'ত আছে, কোন ক'ত বহিছে, কোন কলৈ গ'ল তাক জানিবৰ কাৰো সাধ্য নহল।

এজনী পোহাৰীয়ে এপাচি মাছলৈ গাৰঁত সলাবলৈ আহিছিল। বাটেদি আহোঁতে নিলগৰ পৰা ৰভা ঘৰৰ দৃশ্য আৰু মানুহৰ জুম দেখি "তাত কিনো হৈছে" বুলি চাবলৈ ওচৰ চাপি গ'ল। "ৰাতিলৈ ভাৱনা হব তালৈকে মানুহ

আহিছে” বুলি জানিব পাৰি পোহাৰীয়ে ভাবিবলৈ ধৰিলে, “গাওঁৰ সকলো মানুহেই ঘৰমুদা কৰি আহিছে; মাছনো কাৰ সৈতে সলামগৈ? ৰাতিটো ভাৱনা চাই, পুৱাগৈ মাছ সলামগৈ।” এই ভাবি মাছৰ পাচি মূৰৰ পৰা নমাই ভাৱনা চাবলৈ অপেক্ষা কৰি ৰ’ল।

চিহ্ন যাত্ৰা ভাৱনা আৰম্ভ হ’ল। শঙ্কৰদেৱে নিজে সূত্ৰধাৰ সাজি প্ৰত্যেকখন বৈকুণ্ঠৰ চিহ্ন বৰ্ণনা কৰিবলৈ ধৰিলে। তেৰাৰ নানা অঙ্গি ভঙ্গি যুক্ত নৃত্যই সকলোৰে চকুত চমক্ লগাই মন মুগ্ধ কৰিবলৈ ধৰিলে। মাজে সময়ে গুৰুক হঠাতে চিহ্নত দেখা পোৱা গৈছিল; আৰু সেই সময়ত তেৰাক গায়ন বায়নৰ মাজত দেখা নগৈছিল। এই দৃশ্যই দৰ্শক সকলৰ মন এনে ভাবে আকৰ্ষণ কৰিছিল যে তেওঁলোকে ভোক পিয়াহ নিদ্ৰা আদিকো পাহৰি গৈছিল তিনদিন একেলানিয়ে ভাৱনা হৈ থকাতো তেওঁলোকৰ চাই আমনি নালাগিছিল। তেওঁলোকে ভাৱনা চাই ইমান আপোন পাহৰা হৈছিল যে সেই তিনদিন তেওঁলোকৰ মানত এদিন যেন হে বোধ হৈছিল।

ভাৱনা শেষ হ’ল; ৰাইজসকল দিহা দিহি গ’ল। পোহাৰীয়ে মাছৰ পাচিলৈ মন কৰি দেখে যে মাছত পোক দিছে; ভোঁ ভোঁ কৰি ধৰ-মাখি পৰিছে। ফাগুণ মহীয়া ৰাতি এটাতে জীয়া মাছখিনিত পোক দিয়াত পোহাৰী অবাক হ’ল। “কিবা কাৰণতহে মাছ বিলাক বেয়া হৈছে” বুলি ভাবি পানীত ধুইবলৈ

পোহাৰীৰ কথা।

তাক সলাবলৈ স্থিৰ কৰিলে। ভাবিচিন্তি বাটৰ দাঁতিত মানুহৰ চকুৰ আঁৰৰ খাল পুখুৰীলৈ চকুদি যাবলৈ ধৰিলে। কিছুদূৰ যোৱাৰ পাচত হঠাৎ হাবিৰ মাজৰ এটা সৰু পুখুৰীত চকু পৰিল। সেই পানীতে মানুহে নেদেখাকৈ মাছ বিলাক ধুই লবলৈ বুলি হাবিৰ মাজ সোমাল। এই পুখুৰীয়েই পুৰণি যুগৰ সেই তপস্যা সিদ্ধ যযাতি মহাৰাজৰ জোৱাঁয়েকে খনোৱা পুখুৰী। পোহাৰীয়ে তাত মাছবোৰ ধোৱামাত্রে জীয়াই উঠিল; আৰু কিছুমান মাছ পাচিৰ পৰা জপিয়াই জপিয়াই পানীত পৰিল। এনে নোহোৱা নোপজা কথা দেখি পোহাৰীজনী আচৰিত হ'ল; ইফালে পুখুৰীৰ পানীৰ গুণ দেখি তাইৰ মনত নব ৰং লাগিল। তাই এই কথা গোপনে ৰাখি মাজে সময়ে গেলামাছ পালে মনে মনে সেই পুখুৰীত ধুই জীয়াই লৈ গাৱঁত সলাই আনেগৈ। সেই কাৰণে পোহাৰীজনীৰ অৱস্থা দিনক দিনে আন পোহাৰীতকৈ ভাললৈ আহিবলৈ ধৰিলে।



# টেম্পৰাণী জান বন্ধাৰ প্ৰথম কাৰণ।

ই প্ৰায় ৪০০ বছৰৰ আগৰ কথা। টেম্পৰাণী বা টেম্বুৰাণীবন্ধ সেই সময়ত এটা বৃহত চাপৰি বা মাজুলি আছিল। ই দীঘলে প্ৰায় ৮।৯ মাইল আৰু

টেম্পৰাণী জান।

প্ৰস্থে প্ৰায় ৪।৫ মাইল মান আছিল। টেম্বুৰাণীৰ উত্তৰ পশ্চিমেদি ব্ৰহ্মপুত্ৰৰ এৰা সুঁতি এটা সৰু জান এটাৰ দৰে দক্ষিণ পশ্চিমমুৱা হৈ বৈছিল।

বৰদোৱা টেম্বুৰাণী বন্ধৰ ভিতৰতে। সেই সময়ত এই টেম্বুৰাণী বন্ধ শিৰোমণি ভূঞাৰ ৰাজ্যৰ মাজ ঠাই আৰু বৰদোৱা তাৰ ৰাজধানী স্বৰূপে আছিল।

টেম্পৰাণী জানৰ দক্ষিণ পাৰত নলছা বামুণ গাওঁ। বৰ্ত্তমান এই গাওঁ বৰভেঁটি, হিজলগুড়ি, কোবাইকাটি নামে জনাজাত হৈছে। তাৰ পৰা অলপমান দূৰতে

বামুণ আৰু পোহাৰীৰ কথা।

এখন কৈবৰ্ত্ত গাওঁ আছিল। সেই গাৱঁতে আমি আগতে কৈ অহা সেই পোহাৰী জনীৰ ঘৰ। পোহাৰীৰ গিৰীয়েকৰ বাহিৰে আন কেও নাছিল। আদবয়স হলহি তথাপি পো-জীৰ মুখ দেখা পোৱা নাই। লৰা-ছোৱালী নোহোৱা কাৰণে পোহাৰীৰ মনত বৰ বেজাৰ। খোৱা-লোৱাৰ কষ্ট নাছিল।

গিৰীয়েকে জালবাই মাছধৰে আৰু পোহাৰীয়ে গাৱঁলৈ নি সলাই বেচি যি পায় তাৰে সুখেৰে খাব পাৰিছিল।

নলছা বামুণ গাৱঁৰ এজন ব্ৰাহ্মণৰ এটি শিশু ঢুকাল। বামুণে বেজাৰ মনেৰে কান্দিকাটি শিশুক বুকতকৈ নি শ্মশানত পুতি থৈ আহিলগৈ।

পোহাৰীয়ে এই খবৰ পাই ভাবিবলৈ ধৰিলে, "মৰামাছ যদি সেই পুখুৰীৰ পানীত জীব পাৰে, তেন্তে মৰা লৰানো কিয় নিৰ্জীব? মোৰ লৰা নাই, ছোৱালী নাই; পাৰো যদি সেই বামুণৰ লৰাটিক জীয়াই লৈ মোৰ কৰি লওঁহি।" এই ভাবি সেই ৰাতিয়েই পোহাৰীয়ে মনে মনে ঘৰৰ পৰা ওলাই গৈ শ্মশান পালেগৈ। লাহে লাহে মাটিখানি মাটিৰ তলৰ পৰা শিশু সন্তানটি উলিয়াই আনি হাবিৰ মাজৰ পুখুৰীৰ পাৰ পালেগৈ। পুখুৰীৰ পানীত গাধুৱাই দিয়া মাত্ৰে শিশুটি সজীবহৈ কান্দিবলৈ ধৰিলে। পোহাৰী আনন্দত উত্ৰাৱল হৈ শিশুক কোলাতকৈ লৈ ঘৰ পালেহি। গিৰীয়েকক মনে মনে সকলো কথা ভাঙ্গি কলে; আৰু আন মানুহক সেই কথাৰ ফুটকে নিদিবলৈ কলে। গাৱঁৰ মানুহে 'কাৰ লৰা' বুলি সুধিলে 'নিজৰ' বুলি কবলৈকো কলে।

এদিন দুদিনকৈ ভালেমান দিন গ'ল। শিশুটি ক্ৰমে ডাঙৰ হৈ আহিবলৈ ধৰিলে। লগে লগে লৰাটি দেখিবলৈকো বৰ ধুনীয়া হৈ উঠিছিল। গাৱঁৰ মানুহে পোহাৰীৰ লৰা বুলি বিশ্বাসকে কৰিব নোৱাৰিছিল।

এদিনাখন সেই ব্ৰাহ্মণে কিবা কামত পোহাৰীৰ গাৱঁলৈ ফুৰিবলৈ আহিছিল। লৰাটি পোহাৰীৰ চোতালত উমলি থকা দেখি বামুণে লৰাটিলৈ ৰ লাগি চাবলৈ ধৰিলে। তেওঁ মাজে সময়ে সেই গাৱঁলৈ আহে আৰু জানে যে পোহাৰী অপুত্ৰকা। সেই ধুনীয়া লৰাটি পোহাৰীৰ ঘৰত দেখি বামুণৰ মৃত শিশুটিলৈ মনত পৰিল। লৰাটিক সাইলাগ তেওঁৰ সেই মৰা লৰাটিৰ দৰে দেখি বামুণৰ মনত সন্দেহ উপজিল। একো বুজিব নোৱাৰি তেওঁ ওচৰৰে এজন মানুহক পোহাৰীৰ লৰাটি বিষয়ে সুধিলে। মানুহজনেও 'কাৰ লৰা,' 'কেনেকৈ পালে' তাৰ একো সঠিক উত্তৰ দিব নোৱাৰিলে। বামুণৰ মনত নানা চিন্তাই উগুল-থুগুল কৰিবলৈ ধৰিলে। কি কৰোঁ কি নকৰোঁকৈ অৱশেষত পোহাৰীক সুধিলে, "হেৰাবাই, এইটি কাৰ লৰাটো? ক'ত পালা? তোমালোকৰ যেন নেদেখো দেখোন।"

এই কথাত পোহাৰীয়ে খঙ নকৰি উত্তৰ দিলে, "দেউ! ঈশ্বৰৰ বস্তু। ঈশ্বৰে দুখীয়াৰ দুখ দেখি বুঢ়াকালত এই পোনাকন দিছে। আপোনালোকৰে গোলাম বন্দী। আশীৰ্ব্বাদ কৰিব যেন দীৰ্ঘায়ু হয়।" বামুণ নিমাত হৈ ৰ'ল; কিন্তু, তেওঁৰ মনৰ পৰা চিন্তা নুগুচিল, সন্দেহ নেভাগিল।

ঘৰলৈ আহি বামুণে আৰু বৰকৈ ভাবিবলৈ ধৰিলে। তেওঁ ভাবি ভাবি ঠিক কৰিলে "সেইটো মোৰেই লৰা। পোহাৰীৰ কিয় হব?" এনেবিলাক কথা ভাবি ভাবি,

শেহত তেওঁ উপায় বিহীন হৈ শ্রীশঙ্কৰ গুৰুৰ ওচৰত এই কথা জনাবলৈ স্থিৰ কৰিলে। পাচদিনা তুপৰীয়া খাই-বৈ উঠি তেওঁ শ্রীশঙ্কৰদেৱৰ ওচৰত পোহাৰীৰ ওপৰত সেই বিষয়ে গোচৰ দিলেগৈ। গুৰুৱে তেতিক্ষণে লৰাটিৰ সৈতে পোহাৰীক মাতি আনিবলৈ সঙ্কাতি পঠালে।

পোহাৰী আহি দণ্ডৱতে গুৰুক সেৱা জনাই মাতি পঠোৱাৰ কাৰণ নিবেদন কৰিলে। উত্তৰত গুৰুৱে পোহাৰীক সুধিলে, "লৰাটি কাৰ? তোমাৰ নে? এওঁ বাপুদেৱে দেখোন তেওঁৰ বুলিহে গোচৰ দিছেহি; তুমি কি বোলা?"

গুৰুৰ কথা শুনি পোহাৰীয়ে কিছু সময় নিমাতে থাকি ভাবিবলৈ ধৰিলে, "ভাল আপদখনে পালেহি। যিটোলৈকে ভয় কৰিছিলো সিয়েই পালেহি। কি বিপদ! সঁচা কলেও লাগে লেঠা, গুৰুৰ আগত এতিয়া মিছা মাতিলেও হয় মহাপাপ। সেই দিনা ৰাতিৰত লৰাটো বহুৱাই থ'বলৈ কটাৰঙ্গী বেটীকনো কিহে পাইছিল? বামুণেও ইমান দিনে দেখা নেপালে; সেহ দিনাহে গৈ ওলাবলৈ পালেগৈ। ভাল জানিবা "বেঙো ওলাল সাপেও দেখিলে।" এনেকৈ কিছুপৰ গুণা-গঁথা কৰি থাকি "যিহকে নহওক আৰু লাগিলে, তেও গুৰুজনৰ আগত মিছা মাতিব পাৰোনে? ভাগ্যত যি আছে সেয়ে হ'ব; নোহোৱাটো ক'ৰ পৰা হ'ব?" এই ভাবি প্রকাশ্যে কবলৈ ধৰিলে, "প্রভু, বেটী মৰোঁ লাগে তবোঁ সঁচা-কথা কিহে পাৰোঁ। এই লৰা আচলতে বেটীৰ নহয়,

সঁচা; কিন্তু, এই শিশুৰ ওপৰত বামুণৰো যে অলপো হাত নাই। শিশু মৃত্যু হল, বাপুদেৱে নি শ্মশানত পুতি থৈ আহিলগৈ। তাক তেতিয়াই হয় শিয়ালেই মাটিৰ তলৰ পৰা উলিয়াই খালে হেঁতেন, নহয় কিছু দিনৰ মূৰত মাটিয়েই খালে হেঁতেন। সেই শিশুৰ ওপৰত তেওঁৰ কি ওজৰ খাটিব পাৰে? প্ৰভু, বেটীয়ে মৰা শিশুক মাটিৰ তলৰ পৰা খানি উলিয়াই নি জীয়াই লৈছোঁ। তেনেহলে এই লৰা বেটীৰ নহে কাৰ হ'ব পাৰে? প্ৰভু জগন্নাথেই ইযাৰ বিচাৰ কৰক।"

পোহাৰীৰ কথা শুনি সকলো অবাক। গুৰুৱেও পোহাৰীৰ যুক্তিসঙ্গত উত্তৰ শুনি তেওঁৰ কথাতে হৰিভৰ নিদ নোৱাৰিলে। বামুণে বেজাৰ মনেৰে মুখ কলা কৰি এখুজ দুখুজকৈ ঘৰমুৱা হৈ খোজ ধৰিলে। পাচে, গুৰুৱে পোহাৰীক মাতি নি নিৰলে 'লৰাটিনো কেনেকৈ জীয়ালে' তাৰ বিষয়ে সুধিলে। পোহাৰীয়েও অলপো কথা গোপন নকৰি সকলো কথা ভাঙি-পাতি ক'লে। শঙ্কৰগুৰুৱে পোহাৰীৰ কথাত প্ৰত্যয় মানি, পোহাৰীৰ প্ৰতি সন্তুষ্ট হ'ল; তাক তেওঁৰ আশীৰ্ব্বাদ দি ঘৰলৈ বিদায় দিলে। পুখুৰীটোৰ গুণা-গুণৰ কথাও গোপনে ৰাখিবলৈ গুৰুৱে তেওঁক আজ্ঞা কৰিলে।

শঙ্কৰদেৱে ভাবিবলৈ ধৰিলে, "এই পুখুৰীটো থাকিলে মানুহৰ অনেক অঘটন ঘটিব। গতিকে, এই পুখুৰীটো পোতাৰ এটা ব্যৱস্থা কৰিব লাগিব।" এই ভাবি এদিন

গোপনে পুখুৰীটোৰ পানী পৰীক্ষা কৰি চাই পোহাৰীৰ কথাৰ সত্যতাৰ যথেষ্ট প্ৰমাণ পালে। টেম্পৰাণী জানটো এই পুখুৰীটোৰ কাষেদিয়েই বৈ গৈছিল। জানৰ পানীয়েই যে সেই পুখুৰীৰ পানী নুশুকুৱাকৈ ৰাখে, এই কথা শঙ্কৰ-দেৱে ভালকৈ বুজি উঠিল। "গাৰঁৰ বাহিৰতে জানটো বান্ধি অন্যফালে খাল খানি বোৱাই পঠালে পুখুৰীৰ পানী আপোনা-আপুনি শুকাই যাব।" এই কথা ভাবি গুৰুৱে তেতিয়াৰ পৰা 'জানটো কেনেকৈ বন্ধা যায়' তাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে।

—:*:—

## জানবন্ধন আৰু শান্তীৰ অনুসন্ধান।

জান বন্ধাৰ [illegible] কাৰণ।

বৰদোৱা বৰ দ ঠাই। ব্ৰহ্মপুত্ৰত বানপানী উঠিলে টেম্পৰাণী জানেদি পানী সোমাই বৰদোৱা অঞ্চলৰ অনেক ঠাই তল নিযায আৰু মানুহৰ খেতি-বাতি নষ্ট কৰি অপাৰ-অমঙ্গল ঘটায়। আগতে অনেকবাৰ টেম্পৰাণী জানৰ বানপানীয়ে মানুহৰ বিলাই-বিপত্তি কুলাই-পাচিয়ে নধৰা কৰিছিল। আকো এইবাৰ ব্ৰহ্মপুত্ৰত আগতকৈও ডাঙৰ ঢল অহাত টেম্পৰাণী জান বানপানীৰে উপচি গ'ল। টেম্বুৱানীবন্ধ আৰু তাৰ দক্ষিণৰ

বৃহৎ ভূঞা চাপৰিৰ অনেক ঠাই তল গ'ল। মানুহৰ দুখ-দুৰ্গতি, গৰু-মহৰ আলাই-আথানি চকুৰে চাব নোৱাৰা হ'ল। এই-দৰে কেবাদিনো ঘোৰাত মানুহবিলাক নিৰুপায়ত পৰিল। অৱশেষত সকলো ৰাইজ গোটখাই শঙ্কৰ গুৰুৰ ওচৰলৈ আহি টেম্পৰাণী জানৰ বানপানীয়ে কৰা দুখ-দুৰ্গতিৰ কথা জনালেহি।

গুৰুৱে ৰাইজৰ দুখত দুখ প্ৰকাশ কৰিলে ; কিন্তু আনপোনে আগৰ পৰা ভাবি থকা পুখুৰীটো পোতাৰ এটা ভাল সুবিধা ওলোৱাত মনে মনে আনন্দও পালে। তেতিয়াই গুৰুৱে সকলো ৰাইজক একত্ৰ কৰি জান বন্ধ কৰিবৰ উপায় চিন্তি এখন মেল পাতিলে। সমাজৰ মুখিয়াল মুখিয়াল লোকসকলে বহুত পৰ আলোচনা-সমালোচনা কৰি জান বন্ধাৰ একো ভাল উপায় উলিয়াব নোৱাৰিলে।

পাচে ৰাইজে একো ঠিক কৰিব নোৱাৰা দেখি গুৰু শঙ্কৰ কিছুপৰ মৌন হৈ থাকি গম্ভীৰ ভাবে মাত লগালে— "ৰাইজসকল! বানপানীয়ে আমাৰ যি অনিষ্ট কৰিছে আৰু যি বিলাই-বিপত্তি ঘটাইছে মই তাক ভালকৈ বুজিছোঁ। এইবাৰ অকল নৰদোৱাই নহয় টেম্বুৱানীবন্ধৰো অনেক ঠাই টেম্পৰাণী জানৰ বানপানীত তল গৈছে। এই জানে প্ৰতি বছৰে আমাৰ অনেক নষ্ট কৰিছে। গতিকে, এই বিপদৰ পৰা ভৱিষ্যতলৈকে হাত সাৰিবলৈ এটা ভাল উপায় চিন্তা কৰাহে উচিত। মোৰ বোধেৰে এনে কৰাটোৱেই ভাল হ'ব যেন পাওঁ—জানটো

গাওঁৰ বাহিৰতে ভেটা দি অন্য এফালে খাল খানি বোৱাই দিলেহে বানপানী অহাৰ বাট মৰিব; আৰু ৰাইজেও বান-পানীয়ে কৰা আহুকালৰ পৰা হাত সাৰিব পাৰিব। গতিকে, আপোনালোকক এতিয়াই মই জান বান্ধিবলৈ অনুৰোধ জনালোঁ। বাৰভূঞাসকলে কোৰ, দা, কুঠাৰ আদি লৈ নিজ নিজ মানুহৰ সৈতে গাওঁৰ বাহিৰত জানৰ পাৰত উপস্থিত থাকিবহি।"

বাৰভূঞাসকল একো জন সৰু সৰু ৰজা বা জমিদাৰৰ দৰে; আৰু শিৰোমণি ভূঞা তেওঁলোকৰ ওপৰত চক্ৰবৰ্ত্তী ৰজাৰ দৰে। শিৰোমণি ভূঞা শঙ্কৰদেৱৰ বাক্য লঙ্ঘন কৰিব পৰা শক্তি কাৰো নাছিল। গতিকে, সকলোৱে গুৰুৰ বাক্য শিৰোধাৰ্য্য কৰি ঘৰাঘৰি প্ৰস্থান কৰিলে।

পাচদিনা নিৰ্দ্দিষ্ট সময়ত কপিলাৰ পৰা চামধৰালৈকে যত শূদ্ৰ, বৈশ্য, ক্ষত্ৰিয়, ব্ৰাহ্মণ, কায়স্থ, ভূঞা, পণ্ডিত আদি আছিলমানে সকলোৱে হাতত চাঙি,

জান বন্ধন

কোৰ কুঠাৰ, দা-কটাৰী আদি লৈ জানৰ পাৰত গোট খালেগৈ। মানুহৰ সংখ্যা দহ হেজাৰতকৈও বেচি হৈছিল। শ্ৰীশঙ্কৰ গুৰুৱে সেই ঠাইত উপস্থিত হৈ মানুহবিলাকক ভাগে ভাগে কাম ভগাই দিলেগৈ।

গুৰুৰ আজ্ঞামতে ৰাইজসকল কামত দিহাদিহি লাগি গ'ল। বাঁহ কটাই বাঁহ কাটিলে, গছ কটাই গছ কাটিলে; নিমিষতে

জান বন্ধা ঠাইত বাঁহ কাঠ দৌল প্ৰমাণ হ'ল। কাঠ বাঁহ গোট খোৱা মাত্ৰে খুটা কটাই খুটা কাটিলে, বাঁহ জোঙলাই বাঁহ জোঙালিলে, থেতেলাই থেতালিলে, আৰু জানৰ পানী অন্যফালে বোৱাই পঠিৱাবলৈ খাল খনাই খাল খানিবলৈ ধৰিলে। দুই-চাৰি ঘণ্টাৰ ভিতৰতে সকলো কাম শেষ হ'ল। জানৰ ইপাৰৰপৰা সিপাৰলৈকে গোজ খুটা পোতা হ'ল; পথালিকৈ ৰামি বান্ধি আগত বেৰবিলাক থিয় থিয়কৈ দিয়া হ'ল। তাৰ আগত চাঙিয়ে চাঙিয়ে মাটি আনি পৰ্ব্বত আকাৰকৈ পেলোৱা হ'ল। কিন্তু, কোনোমতেই জানৰ পানী ভেটি ৰাখিব নোৱাৰা হ'ল। আগত মাটি পেলায় হে পেলায়, পানীৰ প্ৰবল সোঁতে চকুৰে চাই থাকোঁতেই সকলো ভাঙি-চিঙি উটাই লৈ যায়। মাটি আনি আকৌ দিয়ে আকৌ ক্ষন্তেকৰ ভিতৰতে সোঁতে উটাই নিয়ে। এইদৰে বাৰে বাৰে কেইবাবাৰো ভেটিলে; কিন্তু, এবাৰো ভেটা বান্ধি ৰাখিব নোৱাৰিলে; প্ৰত্যেক বাৰেই ভেটা ভাঙি পানী ববলৈ ধৰে। অৱশেষত জানবন্ধা ৰাইজসকল ভাগৰি হতাশ হৈ পৰিল। তেওঁলোকে জান বান্ধিবলৈ কোনো উপায় নাপোৱা হ'ল। সকলোৱে বিবুদ্ধি হৈ দা-কুঠাৰ, কোৰ-কাটল য'ৰে বস্তু তাতে এৰি শঙ্কৰ গুৰুৰ ওচৰ চাপিলহি, আৰু তেওঁক সকলো কথা জনালে। গুৰুৱে ৰাইজসকলৰ কথা শুনি কিছুপৰ তলমূৰ কৈ মৌন হৈ ৰ'ল।

এই সময়তে (গুৰুৱে ধৰ্ম্ম প্ৰচাৰ কৰা আৰম্ভণীতে) কন্দলী, ভাৰতী, সাৰ্ব্বভৌম, সৰস্বতী, কবিৰত্ন কবিসৰস্বতী আদি উপাধি-ধাৰী ভূঞা ব্ৰাহ্মণ পণ্ডিতসকলে সকলোৰেপৰা

শঙ্কৰদেৱৰ মনোভাৱ

মান-সৎকাৰ পাই নিজ নিজ বিদ্যা-বুদ্ধিত অভিমানী হৈ উঠিছিল। তাৰ উপৰি তেওঁলোকৰ মনত উচ্চ নীচ সৰু-বৰ আদি নানান সঙ্কীৰ্ণ ভাবে ঠাই লোৱাত সাধাৰণ মানুহবিলাকক হেয়জ্ঞান কৰিবলৈ ধৰিছিল। দৰ্পহাৰী শঙ্কৰ গুৰুৱে অভিমানীসকলৰ মনৰপৰা এই গৰ্ব্ব উচ্চ নীচ ভাব গুচাই তাৰ ঠাইত সাম্য, সম ভাবক ঠাই দিয়াৰ এই খিনিত এটা ভাল সুবিধা পালে। সেই উদ্দেশ্যে গুৰুৱে মুখ দাঙি ৰাইজৰ আগত প্ৰকাশ কৰিলে যে—“এগৰাকী শান্তা পতিব্ৰতা নহলে এই জান সাঙ্কৰ পৰা নহব।” এই কথা কৈয়েই তেওঁ ৰাইজৰ আগত পূৰ্ব্বকালৰ সীতা, সাবিত্ৰী, দময়ন্তী, বেহুলা আদি সতী পতিব্ৰতাসকলৰ অলৌকিক মহিমাৰ কথা কৈ গাঁৱৰপৰা তেনে ধৰণৰ এগৰাকী শান্তা পতিব্ৰতা বিচাৰি আনিবলৈ সকলোকে আদেশ কৰিলে।

গুৰুৰ আদেশ পাই সকলো ৰাইজ চৌদিশে শান্তা বিচাৰি গ'ল। ভূঞা, ব্ৰাহ্মণ, কলিতা আদি কুলীনসকলে বৰাই কৰি কবলৈ ধৰিলে, “আমি ছোৱালী ধৰ্ম্ম

শান্তাৰ অনুসন্ধান

বিয়া কৰি আনো আৰু দিওঁ; এনে স্থলত আমাৰ ছোৱালী, বোৱাৰী আদি অসতী হবৰ কোনো কাৰণ নেদেখো।” এই ভাবি তেওঁলোকৰ জায়াৰী-

বোৱাৰী আদি সকলোকে সতী পৰীক্ষাত তুলিবলৈ শঙ্কৰ গুৰুৰ ওচৰলৈ জানৰ পাৰলৈ লৈ আহিল আৰু তেওঁবিলাকৰ সতীত্বৰ গুণৰ কথা গুৰুক জনালেহি।

গুৰুৱে তেতিক্ষণে এটা পল' অনালে। সেই পল'ৰে তেওঁলোকক ব্ৰহ্মপুত্ৰৰপৰা এপল' পানী আনিবলৈ আদেশ কৰিলে আৰু ক'লে, 'যেয়ে এই পল'ৰে পানী আনিব পাৰিব তেৱেঁই সতী প্ৰমাণিত হব।"

পলৰ পৰীক্ষা।

গুৰুৰ মুখে আচৰিত পৰীক্ষাৰ কথা শুনি সকলো অবাক হ'ল। কুলীনসকলৰ জীয়াৰী-বোৱাৰীসকলে ভয়তে মুখলৈ চোৱা-চুইকৈ একো নামাতি তাৰপৰা ঘৰমুৱা হবলৈ ধৰিলে। তাৰ ভিতৰৰে তৰ্কবিদ্যাপতি পণ্ডিতৰ ঘৈণীয়েক 'পালতিলাই' অলপ সাহ কৰি, "মযে যাব পাৰিম" বুলি গুৰুৰ আগত থিয় হ'ল।

"তৰ্কবিদ্যাপতি ভটাচাৰ্য্যৰ ঘৰণী।
শাস্ত্ৰীৰ মধ্যত মঞি অগ্ৰগণি॥
মই যাইবো সমজ্যাক স্বামীয়ে থাকোক।
মোহোৰ যশস্যা সৰ্ব্বলোকে দেখন্তোক॥"

( ৰামচৰণ ঠাকুৰ )

এই বুলি পালতিলাই পল' হাতত লৈ ব্ৰহ্মপুত্ৰত নামিলগৈ আৰু পল'টো নদীৰ পানীত বুৰাই দাঙিলেহে দাঙিলে. পল'ত এবাৰো অলপো পানী নৰ'ল। পালতিলাৰ গৰ্ব্ব খৰ্ব্ব হ'ল। বিষাদ মনেৰে শুদা পল' হাতৰপৰা থৈ ঘৰলৈ উভতি

গ'ল। বিদ্যাপতি ভট্টাচাৰ্য্যও সমাজত ঘৰণী অসতী বুলি প্ৰমাণীত হ'লত লাজে অপমানে মৰাতুল্য হ'ল।

তাৰ পাচত চাৰিওফালে দূৰৰ ঠাইবোৰলৈ শাস্ত্ৰী বিচাৰি যোৱা সকলোবিলাক দূতে শঙ্কৰ গুৰুক জনালেহি—

"একোঠাৈ খানত জানা শাস্ত্ৰী আনো নাই।
দেশে দেশে বিচাৰিয়া জনেক নপাই॥
তয়ু আগে জান দিলো যেন লাগে কৰা।"

(ৰামচৰণ ঠাকুৰ)

সকলোৱে শঙ্কৰ গুৰুৰ চাৰিওফালে বহি মৌন হৈ ক'তনো এগৰাকী শাস্ত্ৰী তিৰোতা পোৱা যাব সেই বিষয়ে প্ৰত্যেকেই চিন্তা কৰিবলৈ ধৰিলে।

এনে সময়তেই এহাল মতা-মাইকী বৈৰুত্ত মানুহ সেই ফালেই টেম্পৰাণী জানেদি এখন নাৱত উঠি উজাই আহিছিল। মতাজনৰ নাম পূৰ্ণানন্দ আৰু তিৰোতাজনীৰ নাম ৰাধিকা। তেওঁলোকে উজাই আহি আহি জানৰ পাৰত বহি শাস্ত্ৰীৰ বিষয়ে আলোচনা কৰি বহি থকা মানুহজুমৰ ওচৰ পালেহি। পাচে তিৰোতাজনীয়ে (ৰাধিকাই) গিৰীয়েকক (পূৰ্ণানন্দক) সুধিলে—"হয়নে, সেই তাতনো মানুহবিলাক গোটখাই কি কৰিছে?" পূৰ্ণানন্দই উত্তৰ দিলে—"ৰাইজে তাত গোটখাই টেম্পৰাণী জানটো বান্ধিবলৈ আলচ কৰিছে। এগৰাকী শাস্ত্ৰীৰ হতুৱাই জানত মাটি দিয়ালে জান বন্ধ হব

পূৰ্ণানন্দ আৰু ৰাধিকা

বুলি শঙ্কৰ গুৰুৱে কোৱাত কুলীনসকলে তেওঁবিলাকৰ সতী, শাস্তী, জায়াৰী-বোৱাৰী আদিক তালৈ লৈ আহি জ্ঞান দাঙ্কিবলৈ কাৰবাৰ কৰিছে।"

এনেতে হৰিবৰ নামে শঙ্কৰৰ দূত এজনে কিবা কাৰণত জ্ঞানৰ পাৰ্বেদি ভটিযাই আহিছিল। হঠাতে এওঁবিলাকৰ কথা-বাৰ্ত্তা কাণত পৰাত, পাৰতে কিছুপৰ থিয় হৈ ৰৈ পূৰ্ণানন্দক মাত লগালে, "অ' বোলো শুনিছানে ভকত, শাস্তাসকলৰ পৰীক্ষা হৈ গ'ল। পাচে বৰাই কৰি ক'ৰা ব্ৰাহ্মণ, ভূঞা পণ্ডিতসকলৰ জায়াৰী-বোৱাৰী আদিৰ ভিতৰত এজনীও শাস্তী নোলাল। এয়েহে বৰ দুখৰ কথা। আকৌ কোন ক'ত ওলাই কব নোৱাৰিছোঁ। সকলোৱেই চাৰিওফালে বাহি ভাবিব লাগিছে।"

হৰিবৰৰ কথা শুনি ৰাধিকাই পূৰ্ণানন্দক ক'লে, "শুনিছেনে, সভালৈ আমাকো নিযকচোন? কইজেনো কি কৰিছে কি বোলছে গৈ চাওঁগৈ।" ৰাধিকাৰ কথা শুনি পূৰ্ণানন্দই ক'লে "তয়ো শাস্তা ওলালনে কি? সভালৈ যাবলৈ যে মন কৰিছ?" উত্তৰত ৰাধিকাই ক'লে, "আপোনাৰ আশীৰ্ব্বাদ হলে একো আচৰিত নহয়। দাসীয়েও এবাৰ লাগি-ভাগি চালোহেঁতেন; কিজানি আমাৰ নিচিনা এলাগী এজনীৰ পৰাও ৰাইজৰ অকণমান উপকাৰ হয়েই। এবাৰ লাগি চোৱানো কি বেয়া?" পূৰ্ণানন্দই ঘৈণীয়েকৰ কথাত মুখ বিকটাই পাৰেমানে হাঁহিলে আৰু ইতিকিং কৰি ক'লে—"হেৰ, থ, থ, অ; বৰ

বৰ পণ্ডিতসকলৰ তিৰোতাই শাস্ত্ৰী বুলি কবলৈ সাহ কৰিব পৰা নাই তেহেলে আকৌ সতী শাস্ত্ৰী হবলৈ সাহ কৰনে? হাতীয়ে বোলে মোৰো দুদাঁত, বৰাই বোলে মোৰো দুদাঁত, নহয়নে? কম শাস্ত্ৰজনী ওলাইছেনে?" ৰাধিকাই গিৰীয়েকৰ কথাত লাজ পাই কিছুপৰ তলকা মাৰি থাকি আকৌ ক'লে, "কিয় তেনে কথা কয়? আমি নাইকলীয়া অশিক্ষিত মানুহ; আমাৰ খাবলৈ পিন্ধিবলৈ ভাত কাপোৰ নাই, আমাৰ লৰা-ছোৱালী বুলিবলৈকো এটিও নাই: তথাপি মই যেটীয়ে আপোনাৰ ভৰিৰ ধূলি মূৰত লৈ জ্ঞান বিশ্বাসেৰে কব পাৰোঁ যে যেটীয়ে শাস্ত্ৰানুসাৰে আছোঁ; তাৰপৰা এখোজো লৰচৰ হোৱা নাই। আপুনি নিয়ে যদি মই যেই কোনো শাস্ত্ৰী পৰীক্ষাতে উঠিবলৈকো সাহ কৰিব পাৰোঁ।" পূৰ্ণানন্দই ঘৈণীয়েকৰ মুখৰপৰা পুনৰ এনে বলীয়া অসম্ভব কথা শুনি কটেৰা মাৰি ক'লে—

"হাগিবা নটিক ধুহৰে এই নজানয়।
বৰ কটাৰনা নৰি মাৰ আগে কয়।"

ৰামচৰণ ঠাকুৰ )

এই বুলি খৰধৰ কৰি নাও এৰি দিলে। জানৰ পানীৰ প্ৰবল সোঁতৰ বেগত নাও নিমিষতে গৈ তেওঁলোকৰ ঘাট পালেগৈ।

হৰিবৰে বোৱাৰী ঠাইৰপৰা ভাৰ এখোজো আগ নবঢ়াই তেওঁলোকৰ ভিতৰত হোৱা উথনা-উথনি কাণ পাতি শুনি

আছিল। ৰাধিকাৰ মুখৰপৰা তেনেবিলাক অসম্ভৱ কথা শুনি তেওঁ আচৰিত হ'ল। লৰালৰিকৈ তেতিয়াই তেওঁ শঙ্কৰ গুৰুৰ ওচৰলৈ উভতি আহিল আৰু গুৰুক কৈৱৰ্ত্ত-কৈৱৰ্ত্তনীৰ ভিতৰত হোৱা সকলোবিলাক কথা-বতৰা জনালেহি। তেৰাই তেওঁলোকৰ বিষয়ে সেই কথা শুনি সকলো বুজি উঠিল। গুৰুৱে অলপ পৰ মৌন হৈ থাকি তাৰ পাচ মুহূৰ্ত্ততে হৰিবৰক সঁজাতি স্বৰূপে তেওঁলোক দুজনক সভালৈ মাতি আনিবলৈ পঠাই দিলে।

দুপৰীয়া তেওঁলোকে ভাত-পানী খাই-বৈ উঠিছে, এনেতে সঁজাতি গৈ পালেগৈ। গুৰু ঘৰৰপৰা সঁজাতি অহা দেখি ৰাধিকা-পূৰ্ণানন্দই তেওঁক বৰ মান-সম্ভ্ৰমেৰে আদৰ আশ্বাস কৈ বহিবলৈ আসন দিলে আৰু খাবলৈ গুৱা-পান দিলেহি। তামোল-চাৰি খোৱাৰ পাচত লৰালৰিকৈ দুয়োকো গুৰুৰ আজ্ঞা শুনালে। গুৰুৰ আজ্ঞাত ৰাধিকাই মনে মনে বং পালে; কিন্তু, পূৰ্ণানন্দই হলে 'কি কথা, কি বতৰা' বুলি মনে মনে ভয়হে পালে। তথাপি তেওঁলোক দুয়ো স্বামী-ভাৰ্য্যাই গুৰুৰ আজ্ঞা শিৰত লৈ লৰালৰিকৈ কাপোৰ কানি পিন্ধি হৰিবৰৰ লগতে ওলাল আৰু যথাসময়ত সভা পাই দুয়ো আঠু কাঢ়ি গুৰুক সেৱা জনালে। গুৰুৱে ৰাধিকাক সম্বোধন কৰি ক'লে, "ৰাধিকা! কেন মতে শাস্ত্ৰী তুমি কহস বুজাই?"

ৰাধিকাই পতি-ভক্তি আৰু ধৰ্ম্মৰ কিছু ৰীতি-নীতিৰ কথা কৈ "যেতি লাগে পৰীক্ষা কৰিয়ো এহি থান" বুলি উত্তৰ

দিলে। শঙ্কৰ গুৰুৱে ৰাধিকাৰ উত্তৰত যথেষ্ট সন্তোষ পাই ক'লে—"ৰাধিকা, মই তোমাক চিনিব পাৰিছো। মই বুজিছোঁ, তুমিয়ে আমাৰ কাৰ্য্য সিদ্ধি কৰিব পাৰিবা। আজিলৈ যোৱাগৈ; নিশাটো শুচি সংযমেৰে ব্ৰত-উপবাস কৰি থাকি কাইলৈ দুপৰীয়া পুনৰ এই ঠাইত উপস্থিত হ'বা। তেতিয়া হে তোমাৰ সতীত্বৰ পৰীক্ষা কৰা হ'ব। তুমিও পৰীক্ষাত উঠি ৰাইজৰ জ্ঞান ৰক্ষা কাৰ্য্যত সহায় হ'বা।

গুৰুৰ আদেশমতে ৰাধিকা-পূৰ্ণানন্দই শঙ্কৰ গুৰুক আৰু ৰাইজক সেৱা জনাই ঘৰমুৱা হৈ খোজ ধৰিলে। ৰাইজসকলেও সেইদিনলৈ সিমানতে সভা ভঙ্গ কৰি ঘৰা-ঘৰি প্ৰস্থান কৰিলে।

——:*:——

# ৰাধিকাৰ সতীত্ব পৰীক্ষা।

পাচদিনা যথাসময়ত জ্ঞান ৰক্ষা ঠাইত সকলো ৰাইজ গোট খালেহি। গুৰুৰ আজ্ঞামতে ৰাধিকাও ব্ৰতে-উপবাসে থাকি শুচি সংযমী হৈ গিৰীয়েক পূৰ্ণানন্দৰ সৈতে নিৰ্দ্দিষ্ট সময়ত সভাস্থলত উপস্থিত হ'লহি। গুৰু শঙ্কৰদেৱে ৰাধিকাক ওচৰলৈ মাতি আনি ক'লে, "ৰাধিকা! এতিয়া তুমি তোমাৰ সতীত্বৰ পৰীক্ষা দিব লাগিব। এটি পলো'ৰে ব্ৰহ্মপুত্ৰৰপৰা যদি এপলো' পানী আনিব পাৰা, তেন্তে তুমি সতী-শাধ্বী বুলি প্ৰমাণিত হ'বা। এয়ে তোমাৰ পৰীক্ষা।"

পল'ৰে পানী অনাৰ কথা শুনি ৰাধিকাৰ মনত ভয় উপজিল তেওঁ দোধোৰ-মোৰত পৰি 'কি কৰো,' 'কি নকৰো' কৈ ভাবি-চিন্তি থাকোতে হঠাতে তেওঁৰ

সতীৰ মনোবল। মনত এটা নতুন শক্তি উদয় হ'ল। সূৰ্য্যৰ পোহৰত ঘোৰ অন্ধকাৰ দূৰ হোৱাৰ দৰে শঙ্কৰ সূৰ্য্যৰ প্ৰভাৱত ৰাধিকাৰ অন্তৰৰ ভয়ৰূপ আন্ধাৰো দূৰ হ'ল।

"সূৰ্য্যৰ কাষত যিটো থাকে,
আৰু কি আন্ধাৰে তাক ঢাকে।"

( শঙ্কৰদেৱ )

—তেওঁৰ দৃঢ় বিশ্বাস হ'ল যে "মই যদি পতিপৰায়ণা হওঁ, মোৰ স্বামী গুৰুৰ প্ৰতি যদি অচলা ভক্তি আছে, মই যদি প্ৰকৃত সতী হওঁ, তেনেহ'লে মই ভয় কৰিম কিয়? এই কাৰ্য্য অসম্ভৱ হ'লেও প্ৰভুৰ কৃপাত নিশ্চয় সম্ভৱ হব। এই কাৰ্য্য সাধন কৰিব পাৰিমেই পাৰিম।"

এনেদৰে ভাবি-চিন্তি ৰাধিকাই ক্ষন্তেকপৰ মৌন থকাৰ পাচত এখুজি দুখুজিকৈ আগবাঢ়ি গৈ হাতত পল'টো তুলি

পৰীক্ষাৰ ফলাফল। ল'লে। পোনতে শঙ্কৰ গুৰুক আঠুকাঢ়ি সেৱা জনাই তাৰ পাচত স্বামী গুৰুক সেৱা জনালে। তৃতীয়তে ৰাইজলৈ সেৱা জনাই ব্ৰহ্মপুত্ৰমুৱা হৈ খোজ ল'লে।

ব্ৰহ্মপুত্ৰৰ পাৰ পাই পানীলৈ নামি গৈ স্বামী গুৰুৰ চৰণ চিন্তি পল'ত পানী ভৰাই লাহেকৈ কাষত তুলি লৈ সভাস্থললৈ পুনৰ ঘূৰি আহিল। ৰাধিকাই পল'ত পানী অনা দেখি সকলোৱে 'হৰি' 'হৰি' কৰি এক দৃষ্টিৰে ৰাধিকাৰ ফালে চাবলৈ ধৰিলে। পাচে শঙ্কৰ গুৰুৰ আগত পল' নমাই থলত গুৰুৱে দেখে যে পল'ত চাৰি আঙুলমান পানী কমি আছে। গুৰুৱে ভাবিলে, "এই চাৰি আঙুল পানী কমতে ইয়াৰ নিশ্চয় অলপ কাৰণ আছে, গতিকে ৰাধিকাক এই বিষয়ে সোধা হওক।"

—"ৰাধিকা! তুমি কিবা এফেৰি দোষ কৰিছা, সেইহে চাৰি আঙুল পানী কমি আহিছে। কি দোষ কৰিছিলা ৰাইজৰ আগত ভাঙি কোৱা। নহলে, প্ৰকৃত সতী নাম পাবৰ তুমি যোগ্য নহ'বা।

শঙ্কৰ গুৰুৰ কথাত ৰাধিকা চঁকখাই উঠিল। তেওঁনো কি পাপ কৰিছিল তাক কিছুপৰ তলমূৰ কৰি মৌন হৈ ভাবিবলৈ ধৰিলে। মনত পৰিল, তাহানিখনৰ এটা কথা।—এদিন তেওঁৰ গিৰীয়েক ঘৰত নোহোৱাত তেওঁলোকৰ ঘৰলৈ ভনা-জোঁৱাইয়েক আহিছিল। ভাত বাঢ়িবৰ নিমিত্তে পাত এখন কাটি আনিবলৈ জোঁৱাইয়েকক কটাৰীখন দিওঁতেই হঠাতে তেওঁৰ মূৰৰ ওৰণীখন খহি পৰিছিল। তৎমুহূৰ্ত্তে জোঁৱাইয়েকৰে সৈতে চকুৱে চকুৱে পৰাত তেওঁৰ মন অলপ চঞ্চল হৈ উঠিছিল।

বোধকৰো, সেয়েই তেওঁৰ পাপ। তাৰ বাহিৰে আৰু আন দোষ কৰা তেওঁৰ মনে-চিতে নাই। সেই কথা ৰাধিকাই সভাৰ মাজ• গুৰুৰ আগত আঠুলৈ ভাঙি-পাতি ক'লে। গুৰুৱে ৰাধিকাৰ কথাত সন্তোষ পাই ক'লে, "বাৰু ৰাধিকা! তুমি তোমাৰ দোষৰ কথা ৰাইজৰ আগত প্ৰকাশ কৰিলা যেতিয়া সেই দোষৰপৰা তোৱা পাপৰপৰা তুমি মুক্তি পাইছা। এতিয়া যোৱা, পুনৰ পানী লৈ আহাঁগৈ।"

ৰাধিকায়ো আগৰদৰে পল' কান্ধত তুলি লৈ সকলোকে সেৱা জনাই পুনৰ ব্ৰহ্মপুত্ৰৰপৰা পানী আনিবলৈ গ'ল। এইবাৰ তেওঁৰ পলত চপ্ চপীয়াকৈ পানী ভৰাই লৈ আনন্দ মনেৰে ঘূৰি আহিল।

শান্তীৰ জয়।

ৰাধিকাই পানী লৈ আহি যেই সভাস্থলি পালেহি তেতিয়া ৰাইজে দেখা পালে যে এইবাৰ ৰাধিকাই পল'ৰ চাকতকৈও চাৰি আঙুল পানী বেচিকৈ আনিছে। সকলো ৰাইজে ৰাধিকাক 'ধইন', 'ধইন' বুলি প্ৰশংসা কৰিবলৈ ধৰিলে। ৰাধিকায়ো গুৰুৰ সন্মুখত পল' নমাই গৈ গুৰু আৰু ৰাইজসকলক সেৱা জনালে। গুৰুৱে ৰাধিকাৰ সতীত্ব পৰীক্ষাত সন্তুষ্ট হৈ তেওঁৰ মূৰত ধৰি "শান্তীৰ জয় হওক," বুলি আশীৰ্ব্বাদ কৰিলে। ৰাইজসকলেও চাৰিও ফালৰপৰা 'জয় শঙ্কৰ গুৰুৰ জয়"। "জয় ৰাধিকা শান্তীৰ জয়" বুলি বাৰে বাৰে হৰি-ধ্বনি কৰিবলৈ ধৰিলে। ভূঞা, বিপ্ৰ, পণ্ডিত আদি গাত্মাভিমানী লোকসকলৰ দম্ভ চূৰ্ণ হ'ল।

তেওঁলোকৰ জীয়াৰী বোৱাৰী আদি অসতী বুলি সন্দেহ হৈ তেওঁলোকে লাঞ্চনাতে জৰ্জৰ কৰিবলৈ ধৰিলে আৰু :—

"সকতো সক, আতৈৰ সক, সকতকৈ ভকতি বয়।
বালি চাহিটোক সাতফাল কৰি তাৰে একাল ময়॥
উখৰা ভূমিত পানীও নেথাকে, দ'লৈ বাগৰি যায়।
দম্ভ বুলি বান, নম্র বুলি খাল, ধনে ধর্ম্মে লাৰে ঠাই॥"

এই নীতি কথাৰ সত্যতা প্রমাণ কৰালে। তাৰ পাচত গুৰুৱে ৰাধিকাক পুনৰ এপল' মাটি আনি জান বন্ধা ঠাইত দিবলৈ আদেশ কৰিলে। ৰাধিকাযো গুৰুৰ আজ্ঞা শিৰোধাৰ্য্য কৰি পল'লৈ মাটি আনবলৈ গ'ল। পানা পল' এঠাইত পেলাই দি মাটি এপল' ভৰাই ললে। যি ঠাইত পানাপল' পেলাই দিছিল, তাত এটি দ নাদ হৈ পৰিল। মাটিপল' নি জান বান্ধিবলৈ নৰা ভেঁটিৰ ওপৰত পেলাই দিলেগৈ। কি আচৰিত কথা মাটি পল' ভেঁটিৰ ওপৰত পেলোৱা মাত্রে মন্ত্র-শক্তিৰ দৰে তৎক্ষণাৎ জানৰ পানীৰ সোঁত বন্ধ হৈ গ'ল; আৰু পানা সেইকালে ব'বলৈ এৰি নতুনকৈ খানি দিয়া খালেদি হো-হোৱাই ব'বলৈ ধৰিলে। সকলো ৰাইজ আচৰিত হ'ল। "জয় শঙ্কৰ গুৰুৰ জয়," "জয় ৰাধিকা শান্তিৰ জয়"; "জয় সতীত্বৰ জয়" আদি তাৰস্বৰে জয়ধ্বনিৰে গোটেই জানৰ পাৰ প্রতিধ্বনিত হৈ উঠিল।

জানবন্ধন সমাপ্ত

৫—

ভেঁটিৰ ওপৰত য'ত যেনেকৈ মাটি দিব লগা হৈছিল তৎক্ষণাৎ ৰাইজে আনন্দ মনেৰে সেই ঠাইবিলাক মাটি দি পূৰাই সমান কৰি জান বন্ধা কাম শেষ কৰিলে। তাৰ পাচত ৰাইজসকলেও তেওঁলোকৰ উদ্দেশ্য সিদ্ধি হোৱা দেখি আনন্দ মনেৰে গুৰুৰপৰা বিদায় লৈ ঘৰা-ঘৰি প্ৰস্থান কৰিলে। ৰাধিকায়ো বিদায় লবলৈ বুলি গুৰুক সেৱা জনোৱাত গুৰুৱে পুনৰ ৰাধিকাক মূৰত ধৰি আশীৰ্ব্বাদ দি কলে, "শান্তী! তোমাৰ সতীত্বৰ গুণত তোমাৰ উপৰি সাত পুৰুষে আজিৰ পৰা মুক্তি লাভ কৰিলে; আৰু তোমাৰ ভৱিষ্যত সাত পুৰুষেও মুক্তি লাভ কৰিব। তুমিও তোমাৰ অন্তিম কালত মুক্তি লাভ কৰি পৰমাত্মাত বিলীন হবা।" বিদায়-সেৱা শেষ কৰি ৰাধিকা আৰু পূৰ্ণানন্দই ঘৰমুৱা হৈ খোজ ল'লে।

:*:

# সতীত্ব পৰীক্ষাৰ পৰিশেষ।

মহাগুৰু শঙ্কৰে ৰাধিকাৰ সতীত্বত অতিশয় সন্তুষ্ট হৈ তেওঁক সতীত্ব পুৰস্কাৰ কি দিওঁ বুলি ভাবি এধাৰি গুৰ-ঘৰীয়া

সতীত্বৰ পুৰস্কাৰ।

সোণৰ মণি আৰু এজোৰ ৰূপৰ খাৰু উপহাৰ দিলে। ৰাধিকায়ো ভৰ্যাচতে শিৰ দোঁৱাই গুৰুৰ অমূল্য দান কৰযোৰে গ্ৰহণ কৰিলে।

পতিব্ৰতা ৰাধিকা শাস্তীৰ জ্বলন্ত স্মৃতি ৰক্ষাৰ্থে সেই দিন ধৰি সেই জানৰ নাম ৰখা হ'ল 'শান্তিজান' আৰু সেই টিটোৰ নাম ৰখা হ'ল 'শান্তিধৰ'। তাৰ উপৰি বৰদোৱা কীৰ্ত্তন ঘৰলৈ অহা তীৰ্থ-ভ্ৰমণকাৰীসকলক শান্তিজানতে স্নানৰ বিধি দিয়া হয়। আজিকালিও বৰদোৱা দৰ্শন কৰিবলৈ অহা তীৰ্থ-যাত্ৰীসকলে তীৰ্থ দৰ্শনৰ লগতে শান্তিজানতো স্নান কৰি গঙ্গা স্নান কৰাৰ দৰে নিজক পবিত্ৰাত্মা বোধ কৰে। শান্তিজানেও আজিলৈকে মহাগুৰু শঙ্কৰৰ বাল্য লীলাভূমি পবিত্ৰ বৰদোৱা ক্ষেত্ৰৰ চৰণ ধুবাই সতী-শান্তীৰ অক্ষয় কীৰ্ত্তি নীৰবে ঘোষণা কৰিছে। কিন্তু দুখৰ বিষয় এই যে শান্তিধৰৰ ওপৰেদি চিংৰাট যোৱাত সেই ধৰৰ হে চিনচাব আজি-কালি নোহোৱাত পৰিছে।

শান্তিজান বন্ধাৰ কিছুদিনৰ পাচত শঙ্কৰ গুৰুৱে নিজ গৃহৰ ওচৰতে নতুনকৈ ঘৰদুৱাৰ সজাই ৰাধিকা শান্তীক সপৰিয়ালৰ সৈতে তালৈ তুলি আনে। ৰাধিকাৰ সতীত্ব পৰীক্ষাই মহাগুৰু শঙ্কৰক ধৰ্ম্ম প্ৰচাৰত মহৎ সহায় কৰিলে। শান্তিজান বন্ধা পাচৰ পৰা নিজক ধৰ্ম্মবেত্তা, জ্ঞানী-মানী কুলীন বুলি উচ্চ অভিমান কৰা লোকসকলৰ মুখ শঙ্কৰ গুৰুৰ ওচৰত দোঁ খালে। সেইলোকৰ বৃথা তৰ্ক-বিতৰ্ক, বাক বিতণ্ডা আদি সকলো খৰালি পানীৰ দৰে তল পৰিল। গুৰু শঙ্কৰৰ আধ্যাত্মিক উপ-

সতীৰ স্মৃতিচিহ্ন।

স্থান পৰিবৰ্ত্তন আৰু ফলাফল।

দেশ, নৈতিক ধর্ম্মজ্ঞান আদি সকলোৱে অকাতৰে শিৰ দোঁৱাই মানিবলৈ বাধ্য হ'ল। উচ্চ-নীচ, ডাঙৰ-সৰু ভাব তল পৰিল। হীন জাতি বুলি হেয়জ্ঞান কৰা সকলক গাৰে সমান চকুৰে চাবলৈ ধৰিলে. আৰু ঃ—

সমস্ত ভূতত ব্যাপি আছোঁ মই হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি একতুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিযা সৰ্ব্বজান॥

* * *

কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম।
জানিযা সবাকো পৰি কৰিবা প্ৰণাম॥

( শঙ্কৰদেব

এই মহা সত্যত সকলোৰে বিশ্বাস হ'ল।

আগতে যি ফালেদি টেম্পৰাণী জানৰ পানী বৈছিল, সেই ফালে লাহে লাহে শুকাই আহিবলৈ ধৰিলে। গুৰুৱে যি হ্ৰদ পোতাবৰ অভিপ্ৰায়ে বিশেষ চিন্তা

আকাশী গঙ্গা। কৰিছিল, টেম্পৰাণী জান শুকাই অহাৰ লগে লগে সেই হ্ৰদো শুকাই আহিবলৈ ধৰিলে। কিছুদিনৰ ভিতৰতে হ্ৰদৰ চিনচাব নোহোৱা হ'ল। শঙ্কৰদেৱৰ মনৰ বাঞ্ছা অচিৰে পূৰ্ণ হ'ল। ৰাইজসকলেও বানপানীৰ

অত্যাচাৰ, অপায়-অমঙ্গলৰ পৰা ৰক্ষা পালে। কিন্তু, এটা কথা। গৰালি হোৱা মাত্রে মানুহে পানীৰ অভাৱত পৰি হা-পানী, হাঁ-পানীকৈ হাহাঁকাৰ লগাবলৈ ধৰিলে। এই বিষয়ে পুনৰ শঙ্কৰগুৰু চিন্তিত পৰিব লগীয়া হ'ল। ৰাইজৰ পানীৰ অভাৱ গুচাবলৈ সেই পূৰ্ব্বকালৰ পুখুৰীৰ পাৰত থকা বটগছৰ তলতে নতুনকৈ এটা ডাঙৰ পুখুৰী খনালে। সেই পুখুৰীয়েই আকাশীগঙ্গা নামে জনাজাত হৈ পৰে। আজিও বৰদোৱাত এই পুখুৰী আকাশীগঙ্গা নামেই খ্যাত হৈ আছে।

——:*:—

# ৰাধিকা শান্তীৰ সংক্ষিপ্ত পৰিচয়।

শান্তিজান নগাওঁ সদৰৰ পৰা প্রায় দহ মাইল আঁতৰত। এই জানৰ দক্ষিণ পাৰত নলছাবামুণ গাৱঁৰ অলপ দূৰতে থকা এখন কৈৱৰ্ত্ত গাৱঁৰ কথা আগতে অলপ বহলাই কৈ অহা হৈছে। এই গাৱঁতেই ৰাধিকাৰ ঘৰ আছিল।

ৰাধিকাৰ ঘৰ

শ্ৰীশ্ৰীশঙ্কৰ গুৰুৱে ১৪৪৯ খৃষ্টাব্দত জন্ম গ্রহণ কৰে। গুৰুৱে সূৰ্য্যৱতী আইক বিবাহ কৰোৱা কিছুদিনৰ পাচতেই শান্তিজান বন্ধা হয়। তাৰ পৰা অনুমান কৰিব পাৰি ৰাধিকা শান্তী প্ৰভুৰ সমনীয়া, নাইবা দুই চাৰি বছৰৰ সৰু বা ডাঙৰ

আছিল। তেন্তে ধৰিব পাৰি ৰাধিকা শাস্ত্ৰী প্ৰায় ১৪৪৫— ১৪৭৫ খৃষ্টাব্দৰ ভিতৰতে বৰদোৱাত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ জন্মতিথি ভাদমাহৰ পূৰ্ণিমাত। ওচৰ-চুবুৰীয়াই এওঁক সুমাথাৰা বুলি মাতিছিল। মাকৰ নাম আছিল 'যোগমায়া'; বাপেকৰ নাম ধ্বজা আতৈ। ধ্বজা আতৈ শ্ৰীশঙ্কৰ গুৰুৰ এজন আলধৰা আছিল। গিৰীয়েক পূৰ্ণানন্দই মৎস্য ব্যৱসায় কৰিছিল। এই ব্যৱসায়েই তেওঁলোকৰ জীৱন ধাৰণৰ উপায় আছিল। তেওঁলোক স্বামী স্ত্ৰী মাত্ৰ দুটি প্ৰাণী। খোৱা লোৱাত তেওঁলোকৰ সিমান অভাৱ নাছিল। কিন্তু সন্তি-সন্তুতি সমূলি নোহোৱাতেই মনত অলপ দুখ। ঘৰ-দুৱাৰ সাধাৰণ ধৰণৰ আছিল যদিও বেচ পৰিপাটি আৰু বাহিৰ ভিতৰ সদায় পৰিষ্কাৰ পৰিচন্নকৈ ৰাখিছিল। পিন্ধা-উৰাতো তেনে ধুন-পেচ নাছিল। সদায় কম খৰচৰ হোৱা সাধাৰণ অথচ নিকা কাপোৰ-কানি পিন্ধিছিল। নিম্ন শ্ৰেণীত জন্ম ধৰিও, আনে হেয়জ্ঞান কৰা ব্যৱসায় কৰিও, তেওঁলোকে প্ৰত্যেক দিনে নিয়মিতৰূপে নিত্য-নৈমিত্তিক কৰ্ম্ম পালন কৰিছিল। তেওঁলোকে বুজিছিল যে:—

"শ্ৰীকৃষ্ণ ভজনে হয় সবে অধিকাৰী।
কিবা বিপ্ৰ কিবা শূদ্ৰ কি পুৰুষ নাৰী॥
সৰ্ব্ববৰ্ণে যেয়ে ভজে সেয়ে শ্ৰেষ্ঠ হয়।
যি নভজে সি চণ্ডাল সৰ্ব্ব শাস্ত্ৰে কয়॥"

এনে ভাবৰ দৃঢ় বিশ্বাস থকাৰ গুণতে তেওঁলোকৰ মনত "হীনকুলত জন্ম লৈছো" বুলি হীন, হেয়, ঘৃণা আদি ক্ষুদ্র ভাবে কেতিয়াও ঠাই নেপাইছিল।

ৰাধিকা সতী এগৰাকী সত্ত্বগুণা আৰু স্বধৰ্ম্মপৰায়ণা তিৰোতা আছিল। "সতীৰ পতি-ভিন্ন অন্য গতি নাই।" এই সত্যই আছিল ৰাধিকাৰ জপ-তপৰ মূলমন্ত্র। তেওঁ এদিনলৈও পৰপুৰুষৰ মুখ দৰশন নকৰিছিল। তেওঁ অতি ধীৰ আৰু গম্ভীৰ প্ৰকৃতিৰ তিৰোতা আছিল।

ৰীতি-নীতি সদাচাৰ পালন কৰি, সত্য ধৰ্ম্মত চলি, স্বামীৰ প্ৰতি অচলা ভক্তি ৰাখি, ৰাধিকাই সতীত্বৰ মহতী শক্তি লাভ কৰে। এই শক্তিৰ প্ৰভাৱতে পল'ৰ পানী আনি অসাধ্য সাধন কৰে; টেম্পৰাণী জান বন্ধাকাৰ্য্যত ৰাইজক সহায় কৰি ৰাইজৰ মহৎ উপকাৰ সাধে আৰু মহাগুৰু শঙ্কৰৰ মহা-ধৰ্ম্ম প্ৰচাৰত যথেষ্ট সহায় হয়। এই মহতী শক্তিৰ দ্বাৰাই ৰাধিকাই সংকীৰ্ণ শ্ৰেণী বন্ধন ছিঙি হিন্দুসমাজৰ ভূষণ আৰু আদৰৰ পাত্ৰী হৈ পৰে। মহাগুৰুৰ কৃপাত আৰু তেওঁৰ সতীত্বৰ অসাধাৰণ শক্তিৰ প্ৰভাৱতে পৰমাৰ্থ বিদ্যাতো পাকৈত হৈ উঠিছিল। এই বিষয়ত তেওঁ নিজে যে জ্ঞানী হৈছিলেই আনকি পণ্ডিত, বিপ্ৰ আদি শাস্ত্ৰজ্ঞ সকলকো পৰমাৰ্থ-তত্ত্বৰ সাৰ উপদেশ বুজাব পাৰিছিল।

"যতেক পণ্ডিত বিপ্ৰ সমস্তে আসন্ত।
ৰাধিকাযে সবাহাকে প্ৰত্যুত্তৰ দেন্ত॥"

(ৰামচৰণ ঠাকুৰ)

জ্ঞানবন্ধা ঘটনাৰ দিনদিয়েকৰ পাচতেই মহাগুৰু শঙ্কৰে ৰাধিকাশান্তাক সপৰিয়ালৰে সৈতে নিজ গৃহৰ কাষলৈ তুলি আনে। এই ঠাইত তেওঁলোক কিছুদিন আছে, এনেতে এদিন আচম্বিতে এজন শ্ৰীমন্ত পুৰুষে হাতত এচৰু পায়স লৈ ৰাধিকাৰ সমুখত থিয় হলহি। তেওঁৰ সুন্দৰ সুঠাম শৰীৰৰ শ্ৰীকান্তি দেখি ৰাধিকা আচৰিত হ'ল আৰু তেওঁ কাষিবলৈ ধৰিলে, "এওঁ কোনোবা মহাপুৰুষ" এই ভাবি ৰাধিকাই সেই মহাপুৰুষক দণ্ডৱতে পৰি সেৱা জনালে। সেই ছদ্মৰূপী দেৱপুৰুষে এহাতে ৰাধিকাৰ বাহুত ধৰি তুলিলে আৰু আন হাতে পায়সৰ চৰুটো দি ক'লে:—

"শুনাহা ৰাধিকা এহি কৰাহা ভোজন।
আৰ ফলে লভিবাহা কন্যা বিতোপন॥"

(ৰামচৰণ ঠাকুৰ)

এই কথা কেইষাৰ কৈয়েই তেৱা তাৰপৰা হঠাৎ অন্তৰ্দ্ধান হ'ল। ৰাধিকা আৰু আচৰিত হ'ল; আৰু সেইজন নো কোন পুৰুষ তাকো জানি উঠিল। তেওঁ ভয়ভক্তি ভাৱে আৰু আনন্দ মনেৰে পায়স চৰু সম্পূৰ্ণ খালে। তাৰ পাচত তেওঁ গিৰীয়েক পূৰ্ণানন্দৰ আগত এই কথা ভাঙি-পাতি ক'লে।

উপযুক্ত সময়ত ৰাধিকাৰ এটি পৰমা সুন্দৰী কন্যা জন্ম হ'ল। এই কন্যাৰ পৰাই ৰাধিকাৰ ভৱিষ্যত বংশ বাঢ়ি গ'ল। এওঁৰ বংশধৰসকল গুৰু শঙ্কৰৰ লাগতিয়াল মানুহ

হৈ পৰিছিল। গুৰুৰ তিৰোভাবৰ পাচতো তেওঁৰ নাতি-পুতিসকলে মহাপুৰুষীয়া ধৰ্ম্ম সমাজত ভাল স্থান পাই আহিছিল। তেওঁলোক সাতপুৰুষমানৰ পাচলৈকে হিন্দু সমাজত প্ৰখ্যাত হৈ আছিল। তাৰ পাচৰপৰা ক্ৰমাৎ তেওঁলোকৰ নাম গোন্ধ নোহোৱা হৈ আহিবলৈ ধৰিলে।

মহাপ্ৰভু শঙ্কৰদেৱে বৰদোৱা এৰি গাংমৌ, ধুৱাহাট, পাটবাউসী আদিত ধৰ্ম্ম প্ৰচাৰ কৰা কাৰ্য্যত ঘূৰি ফুৰোতে ৰাধিকা শান্তীৰ নাতি-পুতি সকলেও প্ৰভুৰ লগে লগেই ফুৰিছিল। শেষত নামনি অসমৰ কোনো জাতিৰ লগতে এওঁলোক বোধকৰো মিলি গ'ল।

শান্তীৰাধিকাই বহাগৰ পূৰ্ণিমাত ইহ সংসাৰ ত্যাগ কৰি চিৰশান্তি লাভ কৰে।



# গীত।

আবেলি বেলিকা বানে বৰষুণে
সাতো সাগৰৰে জলে।
কল কাটি শঙ্কৰে ভেলকে বান্ধি লৈ
খোৱা পশ্চিমলৈ মেলে॥

বঙাল বাৰে কুৰি ঢেঁকেৰি ছকুৰি
শঙ্কৰত লাগে শৰণ।
টেম্পৰাণী জানে পাৰকে ভাঙ্গিযে
বাইজৰ মিলাই মৰণ॥

দুজন ভকতক গুৰুৱে পাচিলে
শাস্ত্ৰী বিচাৰি যোৱা।
দুনাই সুধিলে চাৰিজন ভকতে
শাস্ত্ৰৰ কি চিন কোৱাঁ॥

মুখত মাছে থাকি গালত আঁক এযুৰি
শাস্ত্ৰৰ এই চিন বৰ।
মাকে যোগমাযা জীযেক সুমথিৰা
কলঙৰ তীৰতে ঘৰ॥

ওলায়ে দেখিলে শাস্ত্ৰী সুমেথিৰা
ভকত বা আছে কেলৈ।

ভকতে বুলিলে তোমাকে বিচাৰোঁ
গুৰুদেৱৰ আজ্ঞা লৈ ॥
এখুজি দুখুজি নৌকালৈ শান্তীয়ে
চলালে ভৰি দুখান।
নৌকাতো এভৰি বামতো এভৰি
যেনে চৰিযাৰে পানা ॥

গুৰি বঠা পেলাই বঠাও নেবালে
বায়ুৱে চলালে নাও।
পানাৰ মাজতে সোধে জল-কোঁৱৰে
ক'লৈ যোৱা শান্তী মাও ॥

শ্ৰীশঙ্কৰ গুৰুৰ আজ্ঞা পৰিছে
তোলৈকে আহিছো আমি।
বোলে জল-কোঁৱৰে জানো শান্তী-আই
যি কাৰ্য্যে আহিছা তুমি ॥

বছৰি বছৰি খওাওঁ বৰদোৱা
হবেলি এৰিমে চাবা।
আৰৈ চাউলেৰে খকুৰা বেঙ্গেনা
শান্তী-আহ নিৰামিষ খাবা ॥

সুৰাপান নেখাবা ভোজন নকৰিবা
নেমে যোৱাগৈ আই।

খোৱা নাই একোকে এনেই আহিছোঁ
বোলে জল-কোঁৱৰক চাই ॥

উজাৰে ভুৰজাৰে পালে চাৰিডাৰে
তেনেতে দিলে ভেটাই।
গাৰো অশুচি কুলে কৈৱৰ্ত্তনী
বিচাৰে কেলেই গোঁসাই ॥

ভয়ে ভকতিৰে আঁতৰতে থাকি
কৰে সেৱা শান্তী আই।
এনেমতে ভাৱে শ্ৰীশঙ্কৰ গুৰু
আজ্ঞা কৰে শঙ্কা নাই ॥

এক অনাচাৰ তোৱা কৈৱৰ্ত্তনী
ধৰমত সমে সকল।
জলৰ হিৰহিৰণি ৰ'বকে নোৱাৰি
ভক্তক আনি দিয়া জল ॥

দুগোটা শলিৰে পল'কে সজালে
শান্তী লই গ'লে ঘাটে।
তিনি ঢৌ মাৰি পল'কে বুৰালে
চাকত চাৰি আঙুল টুটে ॥

পল' ভৰি জল মাথাত ল'লে শান্তী
গোঁসাইৰে আগতে থ'লে

এই চাৰি আঙুল কিয় কমে হলে
কিনো দোষ গুৰুৱে বোলে॥

গুৰুৰ আজ্ঞা শুনি দোষকে স্মঁৰৰি
কলে ভাঙ্গি শান্তী আই।
আবেলি বেলিকা স্বামী নাই ঘৰে
দেখিলোঁ ভনা জোঁৱাই॥

কথাকে শুনিয়ে গুৰুৱে ভকতে
অতিকে সন্তোষ হ'ল।
হমান দোষকে সবে বাতি ললোঁ
ভুনাই আনাগে জল॥

তিনিটা শলিৰে পল'কে সজালে
শান্তী মাথা দোৱাঁই ললে।
তিনি সহতে কৰি পল'কে নবালে
চাকং চাৰি আঙুল চৰে॥

নবলে নচৰে উপচি নপৰে
শান্তা আইৰ এন্তুৱা জল।
ছকুৰি ভকতে ডাকে হৰি ধ্বনি
এনে শান্তী ধৰ্ম্মৰ বল॥

শঙ্কৰে মাটি কাটে শান্তাযে দলিয়াই
বান্ধে টেম্পৰাণীৰ জল।

এফালে ৰুই গল ডাবে নাৰিকলে
এফালে ৰুই গল কল॥

টেম্পৰাণী জানে শান্তী জানে হ'লে
থাকে মানে বেলি জোন।
কালত ভকতে গাব এই বুলি
শঙ্কৰ শান্তী আইৰ গুণ॥*



* গীতটি কোনো চৰিত্ৰ পুথিৰ উদ্ধৃত নহয়। এগৰাকী কৈৱৰ্ত্ত তিৰোতাৰ মুখে গোৱা শুনি লিখা। সেইকে অনেক ঠাইত অনেক ভুল থকাৰ সম্ভৱ। কৰতাল লৈ গালে গীতটি শুনিবলৈ আৰু শুৱলা হয়।

সতী স্বৰ্গীয় "৺ৰাধিকা শান্তীৰ" স্মৃতি উৎসৱৰ গীত।

স্থুৰ ভৈৰবী।

চেনেহী জননী বন্দে।
পূজোঁ হেঁপাহেৰে চৰণ দুখানি,
মিলিছোঁ আজি সানন্দে॥

কেনে মন মোহিনী, কান্তি ধৰিছা তুমি,
নন্দন শোভা বিতাৰ।
কেনে মনোহাৰা, পুষ্প সুৰভি ভৰ,
বিহঙ্গ গীতি লহৰী॥

ঘোষিছে তব, অতীত কীৰ্ত্তি,
টেম্পাৰাণী জানে কত যুগ ধৰি।
বীৰেন্দ্ৰৰ প্ৰাণ, থাপিলে পুকাৰে,
তোমাৰ গুণকে বখানি॥

শঙ্কৰ মাধৱে, সুললিত তানে,
ধৰ্ম্ম অমিয়া বিলালে।
গালে টোটয়, লেছাৰি দুলৰী,
ৰচিলা বিবিধ ছন্দে॥

মহা পুণ্যব্ৰতা, বাধিকা শাস্ত্ৰীয়ে,
স্বামী পূৰ্ণানন্দৰ চৰণে ;
পাপিলে কীৰ্ত্তি, টেম্পাৰাণী জ্ঞান বান্ধি,
ঘোষিছে মহিমা কাল অন্তে।
ৰত্ন ধাৰিণী, শান্তি প্ৰসবিনা
গৰিমা বাহিনী বন্দে ॥

সম্পাদিত- শ্ৰীহলাৰাম হাজৰিক,
যোৰহাট।

কিতাপ পোৱাৰ ঠিকনা ঃ—

শ্ৰীপূৰ্ণলাল দাস,

( শিক্ষক ) গোলাঘাট।

